অসমীয়া

# রুদ্র যামল।

৺পুরুষোত্তম কর্ত্তৃক

রচিত।

শ্রীপদ্মনাথ অধিকাৰী কর্ত্তৃক

সংগৃহীত।

আসাম বঙ্গালী বামাখাটা।

শ্রীচন্দ্রকান্ত দাস পণ্ডিতৰ দ্বাৰা

প্রকাশিত।

আসাম বঙ্গালী বামাখাটা।



বেচ ।৹ আঠ অনা মাত্র।

অসমীয়া

# রুদ্র যামল।

৺পুরুষোত্তম কর্ত্তৃক

ৰচিত।



শ্রীপদ্মনাথ অধিকাৰী কর্ত্তৃক

সংগৃহীত।

আসাম বজালী বামাখাটা।

শ্রীচন্দ্রকান্ত দাস পণ্ডিতৰ দ্বাৰা

প্রকাশিত।

আসাম বজালী বামাখাটা।

কলিকাতা

উইলিয়মস্ লেন, ৪ নং ভবনস্থ

দাস যন্ত্রে,

শ্রীঅমৃতলাল ঘোষ কর্ত্তৃক মুদ্রিত।

সন ১৩১৫ সাল।



বেচ ৷৷০ আঠ অনা মাত্র।



# পাতনি।

জগদীশ্বৰ শ্রীশ্রীশঙ্কৰ দেৱ ও মহাপুৰুষ মাধৱ দেৱৰ শ্রীচৰণাশীর্ব্বাদে, আজি প্রায় ৬।৭ মাস বহুত যত্ন দ্বাৰা এই পুথিখন সংগ্রহ কৰা হ'ল। ই হিন্দু ধর্ম্মাবলম্বী মানুহৰ পক্ষে অতিশয় সাৰুৱা। ইয়াত অনেক প্রকাৰ ভুল থাকিব পাৰে, তাক যেন হৰি কথা বলি নিন্দা নকৰি, অতি আদৰে গ্রহণ কৰি ৰাখে, তেন্তে আমাৰো পৰিশ্রম কৰাৰ বিশেষ উপকাৰ হয়, এই হে আমাৰ প্রার্থনা। ইতি—


সংগৃহীতকাৰী
শ্রীপদ্মনাথ অধিকাৰী।
বামনা সত্ৰৰ।

প্রকাশক
শ্রীচন্দ্রকান্ত দাস পণ্ডিত।
আসাম বঙ্গালী বামাখাটা।



# ৰুদ্ৰ যামল ।

শ্ৰীকৃষ্ণায় নমঃ ।

## পদ ।

জয় নমো হৰি হৰ আদি নিৰঞ্জন ।
পালন সংসাৰ আদি দেৱ নাৰায়ণ ॥
নিৰ্ম্মল নিৰ্গুণ মূৰ্ত্তি ক্ষয় নাহি যাৰ ।
হেন সদাশিব পাবে কৰোঁ নমস্কাৰ ॥
ব্ৰহ্মা ৰূপে প্ৰজা পালা বিষ্ণুৰূপ ধৰি ।
ৰুদ্ৰ ৰূপে নিয়া হ'ৰি জগত সংহৰি ॥
হেন হৰৰ চৰণ হৃদয়ত ধৰি ।
গুৰুৰ চৰণে মনে পৰম সাদৰি ॥
আপনি কহিচা মহা ছন্দ গ্ৰন্থ পদ ।
দিগপাল সবৰ চৰিত্ৰ বিদগধ ॥
শিৱ ৰহস্যত হৰে জাগ যোগ যত ।
গৌৰীয়ে পুচন্ত হৰ কহিয়া আচন্ত ॥

গৌৰীয়ে পুচন্ত কহিছে ত্রিলোচন ।
মহা পুৰানত কৈলা শুক মহাজন ॥
রুদ্র যামলত হৰে গৌৰীৰ আগত ।
কহিব লাগিলা ৰাজনীতি যেন মত ॥
ৰাজনীতি বর্ণান্তে আমাৰ ভৈলা মতি ।
পুৰুষোত্তম নামে মহা মূঢ়মতি ॥
অগাধ সাগৰ ইটো কথা শ্রেষ্ঠতৰ ।
তথাপিতো প্রভু ভৈলা সংশয় মনৰ ॥
যেন মতে ৰাজা সবে পৃথিবী পালিব ।
অশেষ স্বৰূপে যশ ধর্ম্মক থাপিব ॥
প্রথমে কহন্ত হৰে গৌৰীৰ আগত ।
সপ্তম আধ্যাৰ অন্তে শিৱ ৰহস্যত ॥
আদি অনাদি কিবা চন্দ্র কলা দেৱতাৰ ।
গৌৰীৰ আগত হৰে কহিলন্ত সাৰ ॥
একদিনা ত্রিলোচনে কৈলাসত বসি ।
প্রকাশ কৰন্ত যেন কোটি ৰবি শশী ॥
কাক পালা কাক সজা সংহাৰা কাহাক ।
কোনো বা সকলে পূজা কৰয় তোমাক ॥
মোহোৰ আগত প্রভু কহিয়োক তাক ।
যদি দাসী বলি প্রভু ধৰিছা আমাক ॥
হেন শুনি শঙ্কৰে কহন্ত যত নীতি ।
আদি অন্ত কথা কহোঁ শুনিয়ো পার্ব্বতী ॥
ব্রহ্মা, বিষ্ণু, হৰ মই এহি তিনি জন ।
তিনিকো পাতিলা অধিকাৰী নাৰায়ণ ॥
ব্রহ্মায়ে স্রজন্ত যত লোক পালগণ ।
তাকে সে কৰন্ত বিষ্ণু আপনি পালন ॥

ৰুদ্ৰ ৰূপ ধৰি মই কৰহোঁ সংহাৰ।
সকল জগত মানে স্ৰজন আমাৰ॥
মহামায়াঁ প্ৰকৃতিয়ো স্ৰজিলা দেখিলা।
যাৰ যেন কাৰ্য্য ভাৱে ভাৱে নিয়োজিলা॥
প্ৰথমতে শ্লোকক বাগবাক দিলা।
মহা মুখ্য বিভূতিক তথাতে স্থাপিলা॥
দশদিগপালৰ পাতিলা অধিকাৰ।
নিয়মে বিভাগী দিলা কৰিযা বিচাৰ॥
উনপঞ্চাশত বায়ু বাঢ়য আদিত্য।
অগনি বৰুণ আৰো গ্ৰহগণ যত॥
অষ্ট বসু গোব গণ প্ৰজাপতি যত।
মনু পুন আদি কৰি দিলন্ত সমস্ত॥
যাৰ যেন মতি ক্ৰমে লোকক পালিলা।
এহি মতে সৃষ্টি ব্ৰহ্মা উৎপন্ন কৰিলা॥
এহি মতে স্ৰজন পালন পশুপতি।
সমস্তক জীবিকা দিলন্ত যেন নিতী॥
পাছে পৃথিবীত মণুষ্যক স্থান দিলা।
দেৱতাৰ পূজা যত মনুষ্যে কৰিলা॥
মনু আদি দেৱগণে বেদ বিহিলন্ত।
পাপ, পুণ্য, ধৰ্ম্মাধৰ্ম্ম নিবন্ধি থৈলন্ত॥
এহি সবে ভৈলে যেৱে দিগপাল চয়।
পাতিলা ধৰ্ম্মৰ ৰাজা দেৱ কৃপাময়॥
সাত পাতালৰ তল কুক্ষা ভাগ কৰি।
সাজিয়া দিলন্ত পাছে যমৰ নগৰী॥
সঞ্জমনি নামত নগৰ মনোহৰ।
মহা ৰম্য স্থান জানা সমস্তে দুৰ্ঘোৰ॥

সঞ্জমণি নগৰক দিলা যত্ন কৰি।
কোটি সূৰ্য্য দেৱগনে থাকন্ত আবৰি॥
সিদ্ধমুণী বিদ্যাধৰ যত পুণ্যবাসী।
থাকন্ত কৌতুকে ধৰ্ম্ম ৰাজাক উপাসি॥
যেন বৈকুণ্ঠত বিষ্ণু সদায় ৰহন্ত।
যাৰ যেন ধৰ্ম্ম-ভক্তি বিচাৰ কৰন্ত॥
চৈদ্ধয় ভূবনে লোক আছে যত মান।
সবাহাৰে লয় নিতৌ দেখি বিদ্যমান॥
চিত্ৰগুপ্ত নামে আছে লেখক দুতয়।
সেহি দুই জনে জানা লেখক কৰয়॥
গুপ্ত পাপচয় গুপ্তে তেখনে লেখয়।
চিত্ৰগুপ্তে লিখে যত দেখা পাপ চয়॥
চৌদ্ধ ইন্দ্ৰ সাক্ষি তাৰ আছয় জগত।
ভান্দিব নপাৰে তাৰ পাপ পুণ্য যত॥
নিয়ম সঞ্চাৰে তাক লেখে শীঘ্ৰ কৰি।
নৰকক লাগি নেই দুতে তাৰাতাৰি॥
সঞ্জমণি পুৰি থান্তে দক্ষিণ কাষৰ।
আছে মহা ভয়নক যমৰ নগৰ॥
বহল বিস্তৰ সভা দেখি লাগে ভয়।
চৌৰাশি হাজাৰ নৰকক দেখাঁ তয়॥
তাহাৰ দুৰ্গমে বসি থাকে ৰাজা যম।
চাৰি ভিতি দেৱগণ পৰম বিক্ৰম॥
একুৰি এগাৰ তেঁজ যম নৃপতিৰ।
দেখিলে নিমিসে শ্ৰুতি হৰে পাতকীৰ॥
শঙ্কৰ বদতি দেৱী শুনিয়ো পাৰ্ব্বতী।
চতুৰাশি দুতৰ শুনিয়ো যেন নিতী॥

হৰি ভকতক পিতৃ মাতৃ শ্ৰেষ্ঠ জন।
যিটো জনে তাসাম্বাক কৰয় নিন্দন॥
সেহি সব ভূত হৈয়া পুৰত থাকয়।
ভয়ানক গাণ্ডি মুণ্ড দেখি লাগে ভয়॥
খৰিকা যেহেনগল চক্ষুঘোৰ কালী।
শুচিৰ আকাৰ মুখ থাকে মেলি মেলি॥
শত কোতি হাজাৰ এক শত ভূতগণ।
পুৰিত উপাসি থাকে কৰি কষ্ট মন॥
হেন শুনি গোঁসানীৰ চমক লাগিলা।
ভয়ে কম্পমান হৈয়া বচন বলিলা॥
কি কাৰণে পাপী সবে কৰে হেন কাম।
এহি বলি গোঁসানী সুমৰে ৰাম ৰাম॥
শঙ্কৰে বোলন্ত প্ৰিয়া শুনা আৰে কায।
ভকতক লাঠি চৰ মাৰয় নিলাজ॥
অল্প মান বলি তাক প্ৰহাৰ কৰয়।
ভূত হৈয়া সেহি পশ্চিমতে উপাসয়॥
পৰ্ব্বত আকাৰ দেহা শুল হেন কৰ।
মুণ্ড গোট ছুতি দান্ত আতালৰ গড়॥
দুই গোট আখি তাৰ কোটৰা হেন দেখি।
পতিলা গোটৰ মান নাক দন্ত পেক্ষি॥
তলক দেখয় উৰ্দ্ধে নপাৰে দেখিত।
যাঠি হাজাৰেক মানে দেখি ভয় ভীত॥
শ্ৰেষ্ঠ জন গুৰু পিতৃ আৰ ভক্তগণ।
অল্প হেন সাধন নকৰে যে বচন॥
মহা থুলন্তৰ হেন শৰীৰৰ লয়।
শ্ৰেষ্ঠ গুৰুজন আজ্ঞা সিটো নকৰয়॥

আউৰ তাসাম্বাক দেখি উপহাস কৰে।
মহন্ত জনৰ মহা দ্রোহক আচৰে ॥
সেহি পাপে ভ্রষ্ট হৈয়া থাকে উত্তৰত।
শুকৰৰ সমতাৰ লোম শৰীৰত ॥
পাছ লাগি মুখ গোট উভতি থাকয়।
পাছক লাগিয়া দেখে আগে নেদেখয় ॥
সাল বৃক্ষ সদৃশ শৰীৰ ভয়ঙ্কৰ।
কুলা হেন কাণ ভেণ্ডৰা নাক তাৰ ॥
দুই গোটা চক্ষু তাৰ বাঙ্গলি সম সৰ।
দেখান মাৰকে শাস্তি হবে নিৰন্তৰ ॥
আতুৰ নকৈলা কলে লোকক পিড়ন।
বিপ্র বৈষ্ণৱৰ ধান লোবে বহু ধন ॥
ৰাজা হৈয়া সবাকে পিড়য় [illegible]।
অন্যায় কৰি লোকে আৰু অনেক ধন
লোকৰ আনিকা দা ৰাজা হৈয়া কৰে।
দুষ্ট মন্ত্রিগণে মহা পাপক আচৰে ॥
বোলে মোৰ সাম্যভাব খণ্ডিব নিশ্চয়।
এহি চল পাতে আনা লোকক হিংসয় ॥
মহাপাপী জন সিটো অকথা কৰয়।
মই বিনে তাক কোনে সাৰায় পাৰয় ॥
মন্ত্রি সবে লোকক খি কৰে মহামাৰ।
ধন ধান্য আগ্রহি সকলে লোৰে তাৰ ॥
এহি সব মহা মহা পাপক আচৰে।
আয়ু শ্রী, যশ, ধৰ্ম্ম নাশ হৈয়া মৰে ॥

---

গুৰুজনক ঈশ্বৰ সমান দেখিয়া আৰু মানিবা।

সোহি ৰাজ্য দূত হোৱে দক্ষিণ কামত।
শুনা তাৰ কহোঁ দেহা গোট যেন মত ॥
তিনি ভাজ দেহা তাৰ যেন পৰ্বশিলা।
শুকান পুখৰী যেন হৃদয় বুটিলা ॥
মৌ বাহা সম নাসা দুই হাত দুটি।
ডাঙ্গৰ অধৰ দন্ত আচম্ভ আকৃতি ॥
স্থূলক দশন কেশ কৰতি ধবল।
ভেন্দুৰা চৰণ গাৰ পৰ্ব্বত সুচল ॥
দেখান মানুকে মন পাপক কৰয়।
হেন দূত শত জানা উপাসি থাকয়।
পাপ পুণ্য অনুক্ৰমে যত দূত ৰাশি।
যাক যেহি লাগে নিবে সোহি নিয়ে আসি।
হেন শুনি দেৱী তাৰ কম্পিত হৃদয়।
আৰ ন কহিব বলি আমাক বাধয় ॥
হেন শুনি ত্ৰিলোচনে মৌন হৈয়া ৰৈলা।
দেৱতা কথাক হৰে সমাপ্ত যা কৈলা ॥
পুৰুষোত্তম মহন্ত জানা মোৰ নাম।
শিব পদাৰ ইটো এৰি আন কাম ॥
জানি দুঃখ সাগৰে তৰিবা কৰা কাম।
নিৰ্ম্মল স্বৰূপে সবে বোলা ৰাম ৰাম ॥

# দুলড়ি।

শঙ্কৰ বদতি, শুনিল পাৰ্ব্বতী
দেৱতা কৈলা যিমত।
আবে ব্ৰহ্মা কৈলা, শুনা এক মনে
কহিবোঁ তয়ু আগত॥
অগস্তি পোলস্তি, কশ্যপ কপিল
পৰাশৰ বৈশ্যানৰ।
যামদগ্নি ৰাম, আস্তিক কুমাৰ
দধিচি কপিলা পৰ॥
বশীষ্ঠ গৌতম, ভৰদ্বাজ নাম
মৃকন্দু মধু মাধৱ।
বিশ্বামিত্র ধৰ্ম্ম, কুটাণ্ড কৰ্দ্দক
ভাৰ্গ বীৰ সুভাৰ্গৱ॥
অত্রি বাম দেৱ, অঙ্গিৰা নাৰদ
দ্বৈপায়ন সুক মুনি।
ৰিষ্যশৃঙ্গ কণ্ব, দুৰ্ব্বাসা মান্দব্য
কুশধ্বজ মধু মুনি॥
এহি মত বিপ্ৰ, পাঁচিশ হাজাৰ
আৰু আছে অসংখ্যাত।
পৰম যোগেন্দ্ৰ, সবে ব্ৰহ্ম বক্তা
ব্ৰহ্মায়ে স্ৰজি আছন্ত॥
বিৰিঞ্চিৰ সম, পৰম গহন
সৃষ্টি কৰিবাক পাৰে।
নাহিকে সংশয়, সবে ব্ৰহ্মময়
দেৱক ৰক্ষণ কৰে॥

ক্ষেত্রিয় সবক, নিজ শক্তি দিয়া
ৰাজধৰ্ম্ম প্ৰৱৰ্ত্তাই।
বেদৰ বিহিত, শ্ৰুতি মন্ত্ৰ দিয়া
লোকৰ পুজাক থাই॥
তাসাম্বাক বেদে, চন্দ্ৰবিপ্ৰ বলে
চন্দ্ৰৰ সম শীতল।
সকল লোকৰ, কল্মশ গুছাই
মঙ্গলৰ সুমঙ্গল॥
তাসাম্বাক বেদে, সূৰ্য্য বিপ্ৰ বোলে
শুনিয়ো তাৰ কাহিনী।
দেবীৰ আগত, কহিলন্ত হৰে
হৈ আছো মই আপুনি॥
আবে সূৰ্য্য বিপ্ৰ, সবৰ কাহিনী
শুনিয়ো দেবী পাৰ্ব্বতী।
মুখ্য মুখ্য কিছু, নাম তাসাম্বাৰ
শুনিয়োক প্ৰতি প্ৰতি॥
হংস শ্ৰুত মনু, হংস পৰাজিত
মিহিৰ ৰঘুনন্দন।
গৰ্গ গৰাময়, চন্দ্ৰত সুভানু
সুৰন্তা সাৰদানন্দ॥
অৰুণ অত্ৰিতি, পাৰ্ব্ব গৌতম
সূৰ্য্য বিন্দু বিধ এক।
দেবলজামল, সূৰ্য্যবৰা বেলি
মধুৰিপু কশিকক॥

---

মহামায়া জগতৰ এজন প্ৰধান দেবী।

তেওক নিন্দা কৰিব নেপায়।

হৰি কুশানন, সুচাৰু চন্দন
ভৰত কুশ কুমুদ।
সত্যজিত অন্ত, দেৱল অনন্ত
পৰাজিত সৃক পদ॥
মণি মন্ত দেৱ, বিন্দভগা যিতো
হলন্ধৰ কুশন্ধৰ।
এহি সব আদি, পৰম যোগেন্দ্ৰ
অন্যান্য আছে অপাৰ॥
বেদৰ বিচাৰ, প্ৰকাশ কৰন্ত
ব্ৰহ্মাকে সাধি আছন্ত।
দেৱতাৰ গোপ্য, প্ৰকাশ কৰন্ত
অন্যৰ কৰ্ম্ম নহন্ত॥
ই সব সমস্ত, জ্যোতিবেদ জ্ঞাতা
এতেকে জানা নিশ্চয়।
এতেকেসে দেৱী, ইটো সমস্তক
দৈৰজ্ঞ বেদে বোলয়॥
বৈষ্ণৱত এক, দুই যজ্ঞকাৰী
ইহাক জানা নিশ্চয়।
প্ৰপঞ্চ বাহিৰে, চন্দ্ৰ সূৰ্য্য বিপ্ৰ
বলিয়া সবে কহয়॥
শ্ৰুতি বেদে জ্যোতি, বেদ দুই থান
দুহান্তৰ প্ৰৱঞ্চনা।
এতেকে সে ব্ৰহ্মা, মই মহেশ্বৰ
আমাৰ সব স্ৰজনা॥
শতেক বছৰে, ব্ৰহ্মা নাশ হৈব
মোহোৰ মৰণ নাই।

ৰাম নাম মহা, অমৃতক পিয়া
অমৰ কৰিছোঁ। কাই ॥
হেন শুনি দেবা, কৰ জোৰ কৰি
পুণ পুচিবাক লৈলা।
শিৱৰ ৰহস্য, সংহিতা যামলে
শ্লোক পাঞ্চ শত গৈলা ॥
আমি অল্প জন ইহাৰ অৰ্থক
কি মতে বিভাগী বৈলা ।
তথাপিতো গুৰু, কৃপা অনুৰেসে
শ্লোকৰ পদ কৰিলে ॥
পণ্ডিত সকলে, শাস্ত্ৰক চাহিবা
দোষক যেবে পাৱই ।
আমাক নিন্দিবা, শাস্ত্ৰক এড়িবা
বিচাৰি চাই নপাই ॥

---

## পদ ।

পাৰ্ব্বতী বদতি প্ৰভু দেৱ ত্ৰিনয়ন ।
সিলিলা সংশয় শুনি তোমাৰ বচন ॥
কহিলা হা চন্দ্ৰ বিপ্ৰে ব্ৰহ্মাত জন্মিলা ।
সূৰ্য্য বিপ্ৰ নব তযুহন্তে যাত ভৈলা ॥
দুহান্তত হন্তে দুই বিধ বিপ্ৰ হয় ।
কোন জন শ্ৰেষ্ঠ তাক কহিয়ো নিশ্বয় ॥
হেন শুনি ত্ৰিলোচনে কহিবাক লৈলা ।
শুনা জায়াঁ যিতো কথা আমাত পুচিলা ॥

পূৰ্ব্বে ভগৱন্তে আমি তিনি দেৱতাক।
কটাক্ষ কৃপায় এন্তে স্ৰজিলা আমাক ॥
তম্ভিয়া ৰহিলো আমি কৰি অহঙ্কাৰ।
দেখিয়া ঈশ্বৰে হাসি তুলিলেক আৰ ॥
মই বৰ হেন মানু তিনিও আপুনে।
পাছে আমাসাক থাপিলন্ত তিনি গুণে ॥
ষত্ব গুণে বিষ্ণু ৰজ গুণে প্ৰজাপতি।
মোহক দিলন্ত প্ৰভু তমগুণে স্থিতি ॥
তিনিয়ো গুণত আমি সমানে ঈশ্বৰ।
তথাপিতো আমাৰ বিষ্ণুসে শ্ৰেষ্ঠতৰ ॥
ব্ৰহ্মায়ে স্ৰজন্ত যত লোক নিৰন্তৰ।
সমস্তকে পালে বিষ্ণু যেন যথান্তৰ ॥
অন্তকালে সবাকে সংসাৰ কৰোঁ আমি।
মোক কাল মূৰ্ত্তি কৰি দিলা কৃষ্ণ স্বামী ॥
কাল অনুৰূপে মই ব্ৰহ্মা আদি কৰি।
ভকতি নভৈলে সবাহাকে আনো মাৰি ॥
এতেকে সে মহামুনি সব শ্ৰেষ্ঠত্তৰ।
তাহান সমান একো নাহি আন নৰ ॥
যোত হন্তে দৈৱজ্ঞ বিপ্ৰে সে শ্ৰেষ্ঠ জানি।
সমান কৰিয়া থৈলা ধৰ্ম্মও প্ৰমাণি ॥
হেন জানা তাসাম্বাৰ নাহি ভিন্নাভিন্ন।
শ্ৰুতিশাস্ত্ৰে জ্যোতিৰ্ব্বেদে কৰি চাৰি ভিন্ন ॥
ইহান্তো হৈবেক বেদ ধৰ্ম্মে অধিকাৰ।
একে ধৰ্ম্ম একে কৰ্ম্ম আচাৰ বিচাৰ ॥
ইটো দুই আনক বন্দিব নপাৰয়।
আৰু সেবা লৈবে পদ সেবিবে লাগয় ॥

পাৰ্ব্বতী বদতি প্ৰভু শুনা ত্ৰিলোচন।
আসাম্বাৰ বন্দনিয় নাহি এক জন॥
শঙ্কৰে বোলন্ত আয়ি শুনিও বচন।
মই হৰ আৰ ব্ৰহ্মা বিষ্ণু তিনি জন॥
আসাম্বাৰ বন্দনি এহি সে তিনি হয়।
মহা গোপ্য কথা কহোঁ তোমাত নিশ্চয়॥
বৈষ্ণৱেসে বিষ্ণু আক জানিবা সত্তৰ।
আছয় ব্ৰাহ্মণ গুণ যিসব বিপ্ৰৰ॥
কৃষ্ণৰ একান্ত দাস ভক্ত যিটো জন।
এহি তিনিৰ সে সদা বন্দিব চৰণ॥
ইন্দ্ৰ আদি কৰিয়া প্ৰণাম ন কৰিব।
যিটো সেৱা লোৱে আয়ু শ্ৰীহট্ট হব॥
পূৰাণ সংহিতা বেদ সবাৰ বচন।
তোমাত ৰহস্য কথা কৈলোঁ উদাৰণ॥
এহি মতে বিপ্ৰৰ চৰিত্ৰ কলা গৈলা।
বৈষ্ণৱ কথাক হৰে কহিবাক লৈলা॥
বোলয় পুৰুষোত্তমে মই অল্প জন।
অগাধ সাগৰ হৰ গৌৰীৰ চৰচণ॥
তাক কাঢ়ি লৈয়া মই যুজিঁবাক লৈলোঁ।
যাতো গুৰু দেৱতাৰ আজ্ঞাক লভিলোঁ॥
তেহেন্তে ঈশ্বৰ ৰামচন্দ্ৰ কৃপাময়।
তান বংশে জন্ম মোৰ হুয়া যে আচয়॥
সপ্তত্তম ভাঞ্জ যেন মন পটন্তৰ।
ৰাঘৱৰ বংশে হেন মোৰ পটন্তৰ॥
আৰো ৰাজ্য সম্পত গৰ্ব্ব হোৱে যাত।
ক্ষমা পুনু কৰিওক বৈষ্ণৱ সমস্ত॥

অনেক শাস্ত্রক আনি বিচাৰি প্ৰবন্ধে ।
ৰচিলোঁ পয়াঁৰ আমি হ্ৰস্ব দীৰ্ঘ চন্দে ॥
গুৰুৰ চৰণ মনে কৰিয়া প্ৰণাম ।
ভণিলা পুৰুষোত্তমে এড়ি আন কাম ॥
শুনিও পাৰ্ব্বতী বৈষ্ণৱৰ যেন নীতি ।
চাৰিও যুগত বৈষ্ণৱৰ হব খ্যাতি ॥
শুনা হংস নাৰায়ণ ব্ৰহ্মাত কহিলা ।
বৈষ্ণৱৰ লক্ষণ যি মতে প্ৰবন্ধিলা ॥
ভকত বৈষ্ণৱ যেন শুনা তান থান ।
প্ৰথমতে গুৰু মুখে লভিবেক জ্ঞান ॥
ইন্দ্ৰিয়ক দমি শাস্ত্ৰ কৰিব বাখ্যান ।
সগুণ নিৰ্গুণ ধৰ্ম্ম কৰিব বিধান ॥
বুজিয়া ৰহিলা যেবে জ্ঞানৰ প্ৰমাণ ।
ধৰ্ম্ম অৰ্থ কাম মোখ্য নেদিবেক কাণ ॥
বেদ শাস্ত্ৰ সম্প্ৰদাক কিছু ন লঙ্ঘিবব ।
শ্ৰৱণ কীৰ্ত্তন ভক্তি ইহাক জানিব ॥
তিনি বিধ লীলা সুমৰিব কেশৱৰ ।
প্ৰণামি সকল নৰ কৰিব যেপৰ ॥
যিবা আছে যিবা পাই সিসব ভুঞ্জিব ।
মনে মাধৱৰ পাৱে সকল অৰ্পিব ॥
পুত্ৰ পত্নী আছে মানে ঐশ্বৰ্য্য সকল ।
কৃষ্ণৰ চৰণে মনে অৰ্পিবে কেবল ॥
হৰি গুণ নাম সদা মুখত নেৰিব ।
ঘনে ঘনে মাধৱক হৃদয়ে ধৰিব ॥
মোহ মায়া, ৰাগ মল মদ কাম যত ।
দম্ভ দৰ্প আছে মানে এড়িবা সমস্ত ॥

এহি সব নোহিবেক মনৰ গোচৰ।
সবাহাঙ্কে দেখিবেক নাৰায়ণ পৰ॥
সুখ দুখ ভালাভাল জয় পৰাজয়।
হৰি বিনে নাহি আন জানিবা নিশ্চয়॥
বহুবিধ ধৰ্ম্ম ৰহি আছে বেদচয়।
লোভাৱিষ্ট হুয়া নৰ তাহাতে পৰয়॥
নিশ্চয় বেদৰ ভক্ত হৰি ভক্তি সাৰ।
ঋষি সবে নানা ফল লোভ দিয়া তাৰ॥
অজ্ঞানী প্ৰাণীক সবে কৰিয়া উন্মত্ত।
তাহাতে পৰিয়া কৰে তাহাতে সেৱত॥
এহি হেতু সংসাৰত জনম মৰণ।
ইহাক জানিব যিটো সেহি মহাত্মন॥
শ্ৰৱণ কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আৰ।
আনু সবাহাকে কৰিবেক পৰিহাৰ॥
ন কৰিব তীৰ্থ প্ৰতিমাক আৰাধিব।
তীৰ্থৰ অভাৱ যিটো কৃষ্ণক ভজিব॥
প্ৰতিমাদি পৰিচৰ্জ্জা কৰিব ভক্তিক।
আত্ম বুদ্ধি কৰিবেক মহন্ত জনক॥
পঞ্চ তত্ত্ব পঞ্চ ৰস পঞ্চ গুণ সাৰ।
সৰ্ব্বদায়ে কৰিবেক ইহাক বিচাৰ॥
হেন শুনি মহামুণি বলিলা বিনয়।
কহিলা বৈষ্ণৱ জ্ঞান দেৱ কৃপাময়॥
বৈষ্ণৱৰ জাতি ভেদ বৰ্ণ আছে নাই।
স্বৰ্য্য-শকতি সাধুৰ পাৱে কিবা নাই॥
ইহাক কহিয়ো প্ৰভু শুনো ত্ৰিপুৰাৰি।
তুমি আক জানা আনে জানিব কি কৰি॥

হাস্য কৰি দেবীক মাতিলা মহেশ্বৰ।
ব্ৰহ্মাত আপনি কহিআছন্ত ঈশ্বৰ॥
শুনা প্ৰজাপতি মই কহিবু বুজাই।
শ্ৰৱণ কীৰ্ত্তন জানা বৈষ্ণৱৰ ঘাই॥
পঞ্চ তত্ব মুল মন্ত্ৰ এহি সব জানে।
চাণ্ডাল হৈবেক গুৰু বৈষ্ণৱ প্ৰধান॥
ঐশ্বৰ্য্য বিভূতি বল হৈব বৈষ্ণৱৰ।
সি সব গুণ্ডণে নকৰয় তাক পৰ॥
আমাতে লয়োক দেখি ইহাৰ প্ৰমাণ।
আমি বাক্ক জন জানা বৈষ্ণৱ প্ৰধান॥
প্ৰথমতে ব্ৰহ্মাৰ ঐশ্বৰ্য্য অতিক্ৰম।
আপনি ব্ৰহ্মণ্যতেহে মহন্ত উত্তম॥
আৰু যত মহাজন তিনিয়ো কালত।
সবাসাৰে ঐশ্বৰ্য্য বিভূতি আছে যত॥
সি সব বৃদ্ধি হয় ঈশ্বৰৰ শ্ৰীপদে।
ঈশ্বৰে দিআছে তাক পৰম সম্পদে॥
আৰু শুনা মহন্তৰ আচৰ্য্য প্ৰধান।
দৈত্যকুলে জাত মহা মহন্ত প্ৰধান॥
বলী প্ৰহ্লাদৰ সম ভক্ত মহাজন।
চৈদ্ধয় ভূৱণে জানা নাহি সমতান॥
হেনয় চাণ্ডাল যদি মহন্ত হোৱয়।
ব্ৰাহ্মনে মানোক গুৰু কহিলো নিশ্চয়॥
সত্যে সত্যে মই দেবী কহিলো তোমাত।
মহন্তক নিন্দাবাদে হোৱে অধঃপাত॥
এহি বলি মৌণ ভৈলা দেৱ ত্ৰিলোচন।
পুনৰপি মহাদেবী বলিলা বচন॥

কৈলা বৈষ্ণৱৰ চৰিত্ৰক মনোহৰ।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ ধৰ্ম্ম শ্ৰেষ্ঠতৰ॥
তোমাৰ প্ৰসাদে প্ৰভো জানিলো ইহাক।
আৰে ৰাজা সমূহৰ কহিও কথাক॥
কত মান নগৰ ধৰণী প্ৰদেশত।
কোন ৰাজাগণ ভৈলা ঈশ্বৰ স্ৰজিত॥
তেজে অংশে কত ৰাজ্য যথা আছে জাত।
ব্ৰহ্মাযে কহিছে কত নৃপতি প্ৰখ্যাত॥
কহিও ত্ৰিশূলধাৰি শুনু ৰঙ্গ কৰি।
হেন শুনি শঙ্কৰে মাৰিলা হাস্য কৰি।
শুনা সৰ্ব্বজন কৃষ্ণ কথা অভিৰাম।
মহন্ত সবাক পৰি কৰিও প্ৰণাম॥
কহ, পুৰুষোত্তম এৰি আন কাম।
নিৰ্ম্মল স্বৰূপ হুয়া বোলা ৰাম ৰাম॥

---

# ছবি।

শঙ্কৰ বদতি দেৱী,                শুনিয়োক মহামায়ী
পূৰ্ব্বাপৰ কথা যে সমস্ত।
যত যত মহাৰাজা,                ধৰণী মণ্ডলে সবে
সামান্য ৰাজাৰ লেখা কত॥
তাৰ কিছু কিছু বাচি,                নগৰৰ নাম শুনা
কহিবো ৰাজাৰ লেখা মানে।
মনু পুত্ৰ বলি তাক,                জানিবা ধৰণী পাল
আৰো নাম শুনা সাৱধানে॥

তাৰে নাম মহিপতি, ভূপাল তাহাকে বলি
ভূবনেশ্বৰ তাৰ নাম হয়।
সাত খণ্ড পৃথিবীক, পালন কৰিয়া থাকে।
দেৱতাৰ সাধে সবে জয়॥
তাঁহাকে সে নৰেশ্বৰ, বোলে সব শাস্ত্ৰগণে
ব্ৰহ্মাত কৰিয়া আকে জানে।
চাসাম্বাৰ সৰি বৰি, বাসব নুহিকে কাৰ্য্য
প্ৰজাপতি সব ভৈলা মানে॥

---

# পদ।

শুনা সবে ৰাজা সমূহৰ ৰাজ্য যত।
তাৰ নাম কহোঁ শুনা তোমাৰ আগত॥
সিন্ধুপুৰ নাগপুৰ আৰো নাগপুৰ।
মণিপুৰ ৰঙ্গপুৰ বঙ্গ ব্ৰজপুৰ॥
চন্দ্ৰমালা ৰত্নমালা ধৰ্ম্মমালা সাৰ।
হেমশ্ৰবা হেমকুট বিৰাট বিদাৰ॥
অসি চন্দ্ৰ অযোধ্যা অপৰ চন্দ্ৰমালা।
সোণ কাঞ্চি কিস্কিন্ধা কুমুদ ভদ্ৰা কলা॥
জয়ন্তী মিথিলা মৰুতা লঙ্কা মিহিৰা।
মণিবন্ধ ইহাটি কোসানী গজপুৰা॥
মনজিক চামা বৃন্দা পুৰা অলিপুৰ।
মৃগপুৰ কঞ্চাণ সুৰাট বৃশোপুৰ॥
সঙ্কেটা যামল চম্পা ভদ্ৰা সৰচয়।
অপুৰা অমিতাকুণ্ড পুৰযে কুশয়॥

পঞ্চ ৰাট বিৰাট অবন্ত সৌৰিপুৰ।
মাগধ ত্ৰিৰাট হৰিচন্দ্ৰ হৰিপুৰ॥
ত্ৰিপৰ্ব্বত ধনমালা মথুৰা ললিতা।
কোনজ কোৰিল পুষ্পমালা ভদ্ৰইটা॥
অপৰা কুৰ্নাট কুঞ্জৰাটো সৌবাটক।
হেমালয় হেমকুট অসিত নন্দক॥
অবিবন্ধা মণিচন্দ্ৰা হস্তীনা পাঞ্চাল।
ত্ৰিকোটা অপৰা চম্পাৱতী ধ্ৰুত পাল॥
ধৰ্ম্ম চন্দ্ৰ পুষ্প চন্দ্ৰ সূৰ্য্যপ্ৰভা শশী।
গৰ্য্যা গান্ধাৰী গোধি মৃগ কঞ্জ কাশী॥
সিদাইন্দো যিটোশ্ৰৱা উগ্ৰ সিন্ধুপুৰ।
কৌশল্যা কোকিলা নন্দা স্মৃতি কামপুৰ॥
মৃগশ্ৰৱা অসি বৃন্দ মকৰাহো ৰামা।
বুৰাহি মান্দিৰা কোলা কুঞ্জৰা সুতমা॥
অঙ্গ কলিঙ্গ দেশাশ্ৰুতা দেশ বঙ্গা।
পৰিশ্ৰুতা সুমিত্ৰা যে সগৰ সুৰঙ্গা॥
মকৰামা অত্ৰিত্ৰ সুপুৰ সুতমালা।
ধ্ৰুতকুণ্ড নাম শলাজে যনাৰি শলা॥
নৰেন্দ্ৰ চতুৰ্থ মেৰু মাহিন্দ্ৰ যামলা।
হংসদ্ধৰ শ্ৰসদ্ধৰ সিহলা মহিলা॥
গদাবৰি গণ্য অব হৰিপুৰ বৃন্দ।
অসিতীৰ্থ যমশ্ৰৱা সুৰথ সুবৃন্দ॥
এহি সব মুখ্য কৰি সাগৰ প্ৰখ্যাত।
মুখ্য মুখ্য বাচি বাছি কহিলো তোমাত॥
মহামায়া প্ৰকৃতি নিৰ্ম্মলা মহিবৰ।
তাতে মনু পুত্ৰ সবে ভৈলা ৰাজ্যেশ্বৰ॥

স্থানে স্থানে ধৰনীক ভূষিতা কৰিলা ।
বহু পুষ্প মনোৰম্য আৰাম কৰিলা ॥
পুষ্কৰীণি তড়াগ সৰোবড নিৰন্তৰ ।
গড় পৰিখা দাস কৰিলা বহুত্তৰ ॥
প্ৰজাক পালিব মন্ত্ৰ পুল সব দিলা ।
কলিৰ কুশল তাৰা সকলে সাধিলা ॥
ৰাজ যেন নিয়ম পালিলা জাতিধৰ্ম্ম ।
সবাকে দিলন্ত যেন জীৱিকা আশ্ৰম ॥
এহি মতে মহীখণ্ড সুবাসিত ভৈলা ।
ধৰণী কলাক হৰে পাৰ্ব্বতীত কৈল ॥
প্ৰথমতে পৃথিৱী পালতে প্ৰজা যত ।
কৰিলন্ত প্ৰতিপাল প্ৰজাক যিমত ॥
একৈক নগৰে ৰাজা লক্ষ সহস্ৰেক ।
ভোগ ভূঞ্জি মৰি কতো গৈলেক প্ৰত্যেক ॥
ধন ধান্য ৰাজ্য তাৰ অচাৰ সবাৰি ।
চমৎকাৰ কৰি পৃথিৱীত মৰে পৰি ॥
অন্তকালে একেশ্বৰে পৰি মৰি যাই ।
আনৰ কাৰণে আনে কোন মৰি যাই ॥
পাপ পুণ্য দুই জানা চলে আগে পাছ ।
অধঃ উৰ্দ্ধ গতি যাক যিবা জানি আছে ॥
মোক লাগি কন্দল কৰয় ৰাজাগণে ।
মৰে কাটাকাটি কৰি মোহৰ কাৰণে ॥
মই ৰহিআছো আবে মৰে দন্ততৰি ।
এহি মতে ধৰনীত থাকে ৰঙ্গ কৰি ॥
এহি মতে ধৰণী কলাক সংহৰিলা ।
পাছে মহিপতি কলা পাৰ্ব্বতী পুছিলা ॥

পাৰ্ব্বতী বদতি প্ৰভো শুনা ত্ৰিলোচন।
কোনো কোনো কলা গৈলা কোন ৰাজাগণ॥
কোনে কি প্ৰকাৰে ধৰ্ম্মে প্ৰজাক পালিলা।
কোন সবে কোন মতে প্ৰজাক স্থাপিলা॥
কোন অংশে কোন ৰাজা বিষ্ণু প্ৰজাপতি।
তিনি ৰবি ভাগি মোত কহিয়োক নীতি॥
শঙ্কৰ বদতি শুনা ভবাণী-বচন।
চাৰিও জাতিৰ ৰাজ্য আছয় দুৰ্জ্জন॥
পৃথিবী পালক ৰাজাগণ আছে যত।
ব্ৰহ্মা ৰেসে অংশ সবে জানা স্বৰূপত॥
সি তোসবে ব্ৰহ্মা সৃষ্টি কৰিতে শকতি।
প্ৰিয়ব্ৰতে মহী খণ্ড সবে অধিপতি॥
আদি যোগে ৰাজা আদি সত্যে ব্ৰতে নীতি।
ধৰণী কৃপাতে ৰক্ষিত প্ৰাণী আছে সম্প্ৰতি॥
প্ৰিয়ব্ৰতে মহা যসে ধৰণী পালিলা।
সাত দ্বীপ সাজি তেন্তে ধৰণী থানিলা॥
সাত দ্বীপ বিভাগি দিলন্ত মহী খণ্ড।
সাত সাগৰক আৰু নিৰ্ম্মিলা তথাত॥
যিবা ৰাজা—যিবা কৰ্ম্ম কৰিতে শকট।
বিভাগীয়া সব কৰ্ম্ম কৰিলা উদ্ধত॥
ঈশ্বৰ ইচ্ছায়ে সাত সাগৰ স্থাপিলা।
সাত থান মহা ৰম্য দ্বীপক নীৰ্ম্মিলা॥
জম্বু, প্লক্ষ, কশ, ক্ৰৌঞ্চ শাক শাম্মলীক।
পুস্কৰ না মতে সাত দ্বীপত অধিক॥
লোন, গুড়, শুৰা, ঘৃত দধিৰ সাগৰ।
দুগ্ধ সাগৰৰ অন্তে জল ভয়ঙ্কৰ॥

এহি মতে বহুকাল ধৰণী পালিলা।
প্ৰিয় ব্ৰতে মহাতীব্ৰ যোগ আচৰিলা॥
যেন মতে প্ৰজা সবে দুঃখ ন পাৰয়।
সবাথাৰে কুশল সাধিলা মহাশয়॥
মহাধৰ্ম্মী পৰম বৈষ্ণৱ সাধুজন।
দুষ্টক বিনাশি সস্ত কৰিলা পালন॥
সগৰ দিল্লিপ ভগীৰথ ৰাজা ছয়।
এহি মতে ধৰ্ম্ম ধৰি পৃথিবী পালয়॥
তন্থাল পাত্ৰধ্ৰবা যশ বৃন্দ পুৰ ৰোৱা।
অপৰক্ষ হৰিচন্দ্ৰ ৰোগন্ত ৰঞ্জিবা॥
ইক্ষাকু, কাকুৎস্থ, ৰঘু অজ, দশৰথ।
অম্বৰিস, ভৰত নকুল সত্যব্ৰত॥
বলিবেন অজলই বাৰ বিজিতাস্য।
ধৰ্ম্মশ্ৰৱা সত্যযিত নাভিকাৰ তস্য॥
ইল দৰ বিন্দোগ জকেতু নন্দৰাই।
সোৰ্ণ সুৰথ দন্ত ভোজ কুৰুৰাই॥
মান্ধাতা খটঙ্গ বহুগণ ইন্দ্ৰ ধ্বজ।
চন্দ্ৰবিন্দু সংক্ষেপ নকৰে কেশিগজ॥
ইসবক যানি বাহা বলিয়ো ভুপাল।
মহিপতি বলি যাৰ জানা মহিপাল॥
কুলপাল ধৰ্ম্মপাল আৰ জন্তুপাল।
দুৰ্জ্জন অন্তক আৰো সন্তৰ কৃপাল॥
সাত পৃথিবীত পশুপক্ষিগণ যত।
যত জন্তু সংসাৰত আচ য সমস্ত॥
অনুৰূপে সমস্তক কৰি পতিপাল।
এতে কেসে তাসাস্বাক বোলে লোকপাল॥

চোৰ শঠ দুৰ্জ্জন অসন্ত খলুবাক।
ন সহয় বসুমতী তাহাৰ ভৰক॥
তাসাম্বাক নাসিয়া পেলন্ত বসুমতী।
এহি হেতু তাসাম্বাক বোলে মহিপতি॥
সন্তক পালন কৰে দুৰ্জ্জনৰ ত্ৰাস।
ভকতৰ বৈৰিক কৰয় সৰ্ব্বনাস॥
সিকাৰণে ধৰ্ম্মপাল প্ৰখ্যাত নামৰ।
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম ৰাখে ভকতৰ॥
জপ যজ্ঞ আচৰয় লোকগণ যত।
তাতে ধন বত্ন বস্তু লাগয় সমস্ত॥
বড় অনুবন্ধ কৰি সবাক দিবয়।
তাৰ এক ভাগ ধৰ্ম্ম নিশ্চয় পাবয়॥
তাতে যজ্ঞপতি নাম বেদতে প্ৰক্ষাত।
প্ৰজাপতি নাম তাৰ বলয় ইহাত॥
এহি মানে কহিলোহোঁ ভূপালৰ স্থিতি।
আৰো নাম বহু আছে জানিবা পাৰ্ব্বতী॥
এহেতু ধৰণী কলা কহিলো নিশ্চয়।
ইহাৰ মাজত আছে দুষ্ট দুৰাশয়॥
যেন নাম ভৈলা আৰো ধৰণী পালক।
পৰম অন্তক দুষ্ট সন্ত বিঘাতক॥
বোলে মোত্ত পৰে আছে কোন বৰদেৱ।
এতে কেসে মোকে মাত্ৰ কৰন্তোক সেৱ॥
ব্ৰহ্মা হৰ আদি কৰি মোহোৰ পালন।
মোক পৰে যিটো পূজা কৰে আনজন॥
নিশ্চয় বলিলো মই কাতিবু তাহাক।
এই বুলি সকল লোকক দিলা হাক॥

জুৰিলে পাতকী ডৰে কৰি চুৰ্ত্তি পন্ন।
আপনী খাইবাক মাত্র কৰয় যতন ॥
তিনিও লোকক যেবে কাৰো আসা নাই।
বলে জিনি সবাকে প্রচণ্ডে মাৰি খাই ॥
ঋষি সকলৰ হৰিপূজা নিঃসেধিলা।
সমস্ত বস্তুক কাঢ়ি আপনি ভুঞ্জিলা ॥
দেৱ দানব যক্ষ ৰক্ষ ৰাক্ষস যে যত।
সবেও মজিলা অতি দাৰুণ দুঃখত ॥
মহাত্রাসে শস্য বৃষ্টি নাহি ধৰনীত।
অনাবৃষ্টি হৈলে শস্য নিমিলে কিঞ্চিত ॥
চল্লিশ বৎছৰ মানে শস্য বৃষ্টি নাই।
দেৱ মনুষ্যৰ দ্রব্য সবে নুখুজই ॥
যত দ্রব্য মানে তাক ধৰনী গিলিলা।
দেখি ঋষিগণে পাছে তাক সংহৰিলা ॥
তান দেহা হন্তে পুনৰূপি অৱতাৰ।
হৈলা মহাৰাজা চৈদ্ধ ভূৱনেতে সাৰ ॥
চল্লিশ বছৰ বৃষ্টি নাহি অযোধ্যাত।
ৰাজাৰ অধৰ্ম্মে দুখ ভৈলা বিপৰীত ॥
পাছে পৃথু ধৰণীক ধৰিয়া দহিলা।
চৈদ্ধয় লোকৰ বস্তু সমস্ত লভিলা ॥
মহা মহা যজ্ঞদানে সবে তুষ্ট ভৈলা।
তিনিও লোকক লক্ষ্মী আবৃন কৰিলা ॥
সাত দ্বীপ পৃথিবী পাতিলা পৃথু ৰাই।
পাতিলেক সিন্ধু গুড় সমস্যা বৰ্ণাই ॥
অচি নামে ভৈলা তাৰ প্রীয়া পাটশ্বৰী।
প্রজাক পালন্ত পুত্রাধিক কৰি ॥

ৰাজ্যত নাহিকে শোক দুখ ৰোগচয়।
ঘৰে ঘৰে সবাৰো অচলা লক্ষ্মী হয়॥
এহি মতে পৃথু ৰাজা পৃথিবী পালিলা।
সত্তৰি হাজাৰ মানে ৰাজ্যক কৰিলা॥
শুনিলাহা দেবী কহিলোহোঁ যেন স্থান।
দুষ্ট ৰাজা ভৱে তল যাই মহীথান॥
আন আন ৰাজাগণ মৰিলাহা যত।
সবাকো কহিলা হৰে গৌৰীৰ আগত॥
পদ বঢ়া হোৱে বলি আমি নেলেখিলোঁ।
দ্বিপিকা চন্দক চাই সংক্ষেপিয়া থৈলো॥
শুনা সভাসদ পদ পৰম ৰহস্য।
ভক্ত ৰাজা সবে কৰে ঈশ্বৰক বশ্য॥
হৰি বশ্য হৈলে লক্ষ্মী বৰয় ৰাজাক।
মহা সুশ্ৰীমন্ত সুখি তাৰ প্ৰজা জাক॥
আমি ৰাজা সবাৰ নভৈলা একো পাত্ৰ।
লোকৰ জীবিকা কৰা ভাঙিবাৰ পাত্ৰ॥
দণ্ড বন্ধ অন্যায় কৰিয়া চলে বলে।
উদৰ পুৰিয়া নাশ হৈব অবিকলে॥
মোৰ ৰাজ্য নগৰ মোহোৰ হস্তী ৰথ।
মই সম ৰাজা জানা নাহি সংসাৰত॥
এহি মতে অহঙ্কাৰ কৰে ৰাত্ৰি দিনে।
দাস্ত তৰি মৰি যাই যমৰ ক·ৰণে॥
হেন প্ৰভু দেব ভগৱন্ত শ্ৰী·ৰা
তোমাৰ দুখানি পাৱে কৰ
তযুধিক অনুজৰ নাহি পু
সদায় স্ফুৰুছে মোৰ মনে

সিটো দোষ ক্ষেমি মোৰ পুৰা মনকাম।
এহি বৰ দিয়া মোক প্ৰভু ৰাম ৰাম ॥

---

# দুলড়ি।

শঙ্কৰ বদতি, শুনিযো পাৰ্ব্বতী
নৰেন্দ্ৰ কলাৰ কথা।
তোমাৰ আগত, কহিলো সমস্ত
নাভাবা মনে অনাথা ॥
যি বা জনে যাক, নৰেন্দ্ৰ বোলয
তাহান নাম উপাম।
সি সবক সবে, নৰেশ্বৰ বোলে
শুনা তাসাম্বাৰ নাম ॥
চতুৰঙ্গ দলে, আবৰি থাকয
চত্ৰ যে চামৰ ধৰি।
মহা মহা বিৰে, শত সহস্ৰেক
যাক থাকে সেবা কৰি ॥
হেনয় নৃপতি, লক্ষেক থাটয
মহা সালঙ্কৃত হই।
আজ্ঞাক আকলি, পদ সেবা কৰি
কিৰিতিৰ অগ্ৰে চাই ॥
তাহাকে জানাহা, নৰেশ্বৰ বোলে
লক্ষেক ৰাজা দেশৰ।

পৰম গৰিষ্ঠ, প্ৰজাক পালন্ত
তান সম নাহি আৰ ॥
বলে প্ৰৰাক্ৰমে, ৰথে সবে সমে
ধনূৰ্দ্ধৰ মহাশয়।
পৃথিবী মণ্ডলে আন থাকন্তেক
বাসবক গন্য নয় ॥
অপেক্ষা নকৰি, দিব্য ৰথে চৰি
ৰাজ্যক কৰে যতনে।
ত্ৰেতা যুগে যত, প্ৰজাক পালন্ত
হেন মহা ৰাজাগণে ॥
যম ধৰুনক, কতাক্ষ নকৰে
প্ৰচণ্ড অতি প্ৰতাপ।
সামান্য প্ৰজাৰ, যেন বাপ মাৱ
দুৰ্জ্জনক দেন্ত তাপ ॥
নাহি দণ্ড বন্ধ, মছল প্ৰবন্ধ
নাহি কিছু কৰভাৰ।
প্ৰত্যেক নৃপতি, যিটো দ্ৰব্য দেই
জীবিকা হোৱে তাহাৰ ॥
লক্ষ্মীৰ বিভুতি, প্ৰজ্ঞাত হোৱয়
দেখিয়া কীৰ্ত্তি কৰয়।
বৈষ্ণৱ সকলে, আসংসা দিবন্ত
চিৰজীবি নৃপবৰ ॥
দ্ৰব্য ভোগ ভূঞ্জি, যি মতে থাকয়
মুকুতি সবৰ ৰায়।
তাতো দশ গুনে, প্ৰজাৰ উচিত
নৃপতি যশ পাৱয় ॥

লক্ষেক নৃপতি, লেখন কৰয়
যদি গুনাধিক হয়।
দশ কুড়ি যদি, হড়.টুটা হয়
নৰেন্দ্র তেৰে বোলয়॥

---

## পদ।

তিনিও লোকৰ কথা কহিলো সম্প্ৰতি।
কলিৰ কথাক আবে শুনিয়ো পাৰ্ব্বতী॥
কলিৰ নৃপতি যত মোৰ অংশে যাত।
তাসাম্বাৰ কথা কহোঁ তোমাৰ আগত॥
কলিৰ ৰাজ্যত ধৰ্ম্ম পুত্ৰ যুধিষ্ঠিৰ।
শতেক বৎসৰ ৰাজ্য ভূঞ্জি মহাবীৰ॥
জম্বুদ্বীপ অধিপতি পৰম গহন।
বিপ্ৰ বন্ধু সবাকে পালিব মহাজন॥
তান নাতি পৰিক্ষিত হৈব নৃপবৰ।
মহাবিৰ ধনূৰ্দ্ধৰ নাহি তাত পৰ॥
তৰুণ কালত তেহে শৰীৰ তেজিব।
ঈশ্বৰৰ ইচ্ছা ব্ৰহ্মা শাপত মজিব॥
যাগ কৰিবেক জন্মিঞ্জয় মহামানী।
তক্ষকে দংশিব তাক পূৰ্ব্ব শত্ৰু জানি॥
মহামুনি শুকে কব ভাগৱত শাস্ত্ৰ।
এতেকে হৈবেক ৰাজা মুকুতিৰ পাত্ৰ॥
জন্মিজয় ৰাজা আৰো তাহান তনয়।
হস্তীনা পুৰত ৰাজা হৈবেক দুৰ্জ্জয়॥

মহন্তৰ বাক্য লঙ্ঘিবেক বেদান্তৰ।
সকল শৰীৰে কষ্ট ৰোগ হোবে তাৰ॥
পাছে মহামুনি সূকে উপদেশ দিব।
অনুক্ৰমে অষ্টাদশ ভাৰত শুনিব॥
গুচিবেক পাপ ৰোগ সন্তৰ কৃপাত।
কোনেনো ন সাধে সুখ সাধুৰ সেৱাত॥
মথুৰাত ৰাজা হোৱে ব্ৰজ মহাশয়।
জয়সেন কৃপাতে সে প্ৰজাক পালয়॥
সেহি ধৰি নৃপতি স্ব অঙ্গ নাহি তাত।
অতি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজা অসংখ্যাত॥
ৰাজবংশী নোহিবেক চিহ্ন নাহি কয়।
সাধন কৰিয়া যাই নৃপতি হোৱয়॥
নাহি ৰাজনীতি প্ৰজা পালিবৰ কাম।
যাক নতো প্ৰচাৰে নৰৰ ৰাজা নাম॥
ৰাজা ৰাজমন্ত্ৰিৰ চৰিত্ৰ কিছু নাই।
অংশক সাধন ভৈলে ৰাজা হৈব যাই॥
ৰাজ্যক পিৰিয়া লৈবে কৰ ভাৰ যত।
সুখ দুখ নজানে প্ৰজাৰ যেন মত॥
বহু কাল ময় কৰি বেক সুখ ভোগ।
নজানয় মনত বিষয় উপভোগ॥
বোলে মোৰ পুত্ৰক অকষ্টে ৰাজা দিবু।
যত বৈৰিগন মাৰি নিশত্ৰু কৰিবু॥
এহি মানে চন্ন কৰি দুষ্ট ৰাজা যত।
পিৰয় প্ৰজাক মহা গৰ্ব্বে হুয়া মত্ত॥
কালে ধৰি আছে কেশ নপায় উমান।
নিতে নিতে তাৰ মোহ হৱে বিদ্যমান॥

তাতে মহন্তক হিংসা কৰে অহঙ্কাৰ।
তাতো দুখ পাৱে অতি বহুনে বিদাৰ॥
তাহাৰ ৰাজ্যত আতি উথল উঠয়।
বৈষ্ণৱ নিন্দাত আয়ু তাৰ হোৱে ক্ষয়॥
ৰাক্ষস অসুৰ আৰো জৰাসন্ধ সাল।
মহন্তক হিংসি আয়ু কৰয় বিফল॥
আন যত দৈত্য দানৱৰ ৰাজা গণ।
মনুষ্যৰ ৰাজা যত ৰাক্ষস চাৰণ॥
মহন্তক হিংসা কৰি সবে হৈব ক্ষয়।
সেহি মতে সন্তৰ সুবুদ্ধি সুগুচয়॥
দুষ্ট ৰাজা সবৰ কুবুদ্ধি লাগ লয়।
তাতে দুষ্ট মন্ত্ৰি সবে যিমত বুজয়॥
বলে আসি ৰাজা হৈয়া পাতক আচৰে।
অসন্ত আলাপে লোক সব পিড়া কৰে॥
মনত কৰণে জানা কুবুদ্ধি বোলয়।
এহি মতে কলি কালে হৈব ৰাজা চয়॥
নাহি ৰাজনীতি পেট পুষিবৰ কাম।
অলপ প্ৰজাত হৈব লৈব ৰাজা নাম॥
প্ৰজাৰ নাৰীৰ হুইবেক অধিকাৰ।
বৃদ্ধ, বালকৰ সাধিবেক কৰভাৰ॥
বিচাৰি ৰাজ্যত লোক আচৰণ যত।
দণ্ড বন্ধ কৰি লেখা কৰিব সমস্ত॥
এক মতে শ্ৰুতি নপাৰয় প্ৰজা ছয়।
তাতে দুৰাচাৰ সবে কৰিব বলায়॥
শুচিব জীবিকা সব চৌত্ৰিশ জাতিৰ।
নিজ কুল কৰ্ম্ম এড়ি নহিবেক স্থিৰ॥

যেনে তেনে স্ত্ৰীৰে পুত্ৰ পত্নী ভাতৃতাৰ।
অন্ত্যজৰ লৈব কৰ্ম্ম এড়িব আচাৰ॥
নৰৈবেক এক জাতি বৰ্ণাশ্ৰম কাৰ্য্য।
হৈবেক আচাৰ হীন তাৰ যত ৰাজ্য॥
জানন্ত সকলে এড়িবেক তপ ধৰ্ম্ম।
ধন ধান্য হোৱে মানে কৰিব অধৰ্ম্ম॥
চাৰিও জাতিয়ে বিধৱাক আনিবেক।
সুন্দৰী হৈবেক মাত্ৰ দেখিব প্ৰত্যেক॥
তাৰে যিবা পুত্ৰ নাতি হৈব বহুতৰ।
সবেও জাতিত হৈবে বৰ্ণত শঙ্কৰ॥
ম্লেচ সব হৈবেক যে বৰ ৰাজচিন।
লোকৰ মৰ্য্যদা ভাঙ্গিবেক অনুদিন॥
হংস পাৰক শুকৰ ধৰি খাইব অতি।
নৰৈৰ দুৰ্নীতি দুষ্ট অন্ত মন্দমতি॥
সুখ দুখ লোকৰ নাহিকে কদাচিত।
অন্যায়কে জয় কৰি খাব খতি বিত॥
ধূৰ্ত্তানি কৰিয়া বিও প্ৰজাৰ লৈবেক।
ৰাজাৰ আগত তাক দিবেক প্ৰত্যেক॥
তাক ছাই তাহাৰ হৰিষ হৈব মন।
চাটকক কৰি বলিব বচন॥
ডকাইঁৰ তনয় সেই পাত্ৰ ৰাজাগণ।
সান্তশিল বৈষ্ণৱৰ আগ্ৰহিব ধন॥
মহন্তক নিন্দাবাদে প্ৰসন্ন কৰিব।
অন্যায় কৰিয়া ধন আগ্ৰহিয়া নিব॥
তাৰ মন্ত্ৰি সব হব ম্লেচক দুৰিত।
দিব খল মহন্তক দুখ বিপৰীত॥

বৈষ্ণৱ ভকত যত আছে ত্ৰিলোকত।
তাসাম্বাৰ অধিপতি নাহি সিসবত॥
মই মহাজন আৰো যম প্ৰজাপতি।
আমি সব তিনিক জানিয়া কৰা স্থিতি॥
আমি হৰি ভকতৰ নাহি অধিকাৰ।
মহন্ত বৈষ্ণৱৰ সব বাহিৰ আমাৰ॥
পেটপুষা ক্ৰুৰ ৰাজা মন্ত্ৰিগণ যত।
কৰিবেক অধিকাৰ ডাৰ সমস্তত॥
মহন্ত ভকত নিন্দি আয়ু হত হব।
চল্লিচ পঞ্চাশ দশ বিশ মাত্ৰ ৰৈব॥
যজ্ঞযোগ সবতাৰ কিছু নহৈবেক।
ধন আগ্ৰহত মৰি যাইবেক প্ৰত্যেক॥
কহিলোহো দুষ্ট ৰাজা সবৰ মহত্ত।
হেনয় দুৰ্নীতি হব কলিৰ কালত॥
এহি মতে কৈলাহৰে গৌৰীৰ আগত।
নৃপতি কলাৰ কথা হৈল সমাপত॥
আগে বুদ্ধ জন শুনা পাতি কান।
ব্ৰহ্মাৰ আগত কৈলা হংস নাৰায়ণ॥
তাহাক কহন্ত হৰে গৌৰীৰ আগত।
চাৰিও কালৰ কথা কৈলা সমস্তক॥
কলিত হৈবেক জানা অন্যায় আচাৰ।
পাষণ্ড আচাৰে লোক হৈব একাকাৰ॥
অক্ৰিয়া অনাথ কৰিবেক দুষ্ট কলি।
ধৰ্ম্মত কৰিয়া মহাপাপ হৈব বলি॥
হৈবেক পাষণ্ড লোক কলিৰ কালত।
বোলে প্ৰজাপতি কাক কহিয়ো সমস্ত॥

মুনি সমস্তেও ব্ৰহ্ম বাক্যক বলিলা।
পাৰ্ব্বতীৰ আগে হৰে তাহাকে কহিলা॥
শুনা সৰ্ব্বজন ইটো পৰম গহন।
ব্ৰহ্মাৰ আগত কৈলা হংস নাৰায়ন॥
যাতো হংস নাৰায়নে ব্ৰহ্মাত কহিলা।
এতেকে ইহাৰ নাম হংস কাকি থৈলা॥
বত্ৰিশ হাজাৰ আৰো শ্লোকৰ টিকাৰ।
শুনি মাত্ৰ শ্ৰুতি নথাকয় পণ্ডিতৰ॥
সৱ শাস্ত্ৰ বিছাৰি ইহাতে লাগ পাই।
চাৰিও যুগৰ ধৰ্ম্ম আছে সমুদায়॥
এতেকে ইহাৰ আমি কিছুমান ছাই।
মতি অনুসাৰে তাক কহিলো বুজাই॥
এতেকে শ্লোকৰ তত্ব গণিব নোৱাৰি।
তথাপি কহিলো গুৰু আজ্ঞাক আছৰি॥
মই মহা অহম্মৰ্ম্ম অধম দুৰ্ব্বাৰ।
শ্ৰীৰামোৰ বংশে ভৈলো মহাৰাজা সাৰ॥
একখণ্ড পৃথিবীৰ ভৈলো অধিপতি।
মোহঁৰ সমান কোনে আচয় নৃপতি॥
গজ বাজী ৰথ পদাতিৰ সীমা নাই।
এহি মদগৰ্ব্বে মোৰ দিন বহি যাই॥
কালৰ হস্তত সবে মত্ত হোৱে ঠাই।
কোন বেলা মৰি যাই দান্ত নিকটাই॥
গজবাজী প্ৰজা ধনধান্য আছে যত।
সবে পৰি থাকিবন্ত আপোন স্থানত॥
সিকালত মোহঁৰ সহায় কোনো নাই।
হেন ৰামচন্দ্ৰ বিনে নাহিকে সহায়॥

মোৰ কিছু ভকতিক নভৈল তোমাত।
মহা অহঙ্কাৰে মই ভৈলো অধঃপাত ॥
এতেকেসে কৰজোৰ কৰোঁ। প্ৰভু ৰাম।
সদা নচাবোক মোৰ মুখে তযু নাম ॥
বোলয় পুৰুষোত্তম মই অল্পমতি।
মুখে ৰাম ৰাম বোলা খণ্ডেক দুৰ্গতি ॥

---

## ঘুমাৰ।

শঙ্কৰে বোলন্ত জায়া। শুনা দেবী মহামায়া ॥
মহা গোপ্য কথাচয়। তোমাতে বেকত হয় ॥
ভাৰত বৰ্ষৰ মাজে। নষ্ট যাই সাগৰাজে ॥
বিপ্ৰ বাক্যে মোহ যাই। কাৰো একো গতি নাই ॥
হংস ছাগ বলি কৰি। তোমাৰ নামক স্মৰি ॥
তুমি গতি দিবা বলি। লোকত কহয় তুলি ॥
পৰম ঈশ্বৰ দেৱ। তাহাক নকৰে সেৱ ॥
তোমাকে সে ধ্যান কৰে। তোমাক স্মৰয় নৰে ॥
দুৰাচাৰ বিপ্ৰগণ। আশা দিয়া লোভাই মন ॥
ইহলোকে শুনা যেন। পৰলোকে স্বৰ্গে স্থান ॥
এহি আশা দৰশাই। তোমাক পুজিব জাই ॥
মোৰ নিজ ইষ্ট দেৱ। হৰি পাৱে কৰো সেৱ ॥
তাহাৰ কিঙ্কৰ আমি। নিশ্চয় কিঙ্কৰী তুমি ॥
তোমাক স্বতন্ত্ৰ মানি। পূজে দুৰাচাৰ প্ৰাণী ॥
ব্ৰহ্মা বেদ বাক্যে থাকি। প্ৰভুৰ নামক ঢাকি ॥
তযু শিক্ষা দিব টানি। বোলে অলৌকিক বাণি

বিৰিঞ্চিৰ মনস্তাপ। পাই আছে বিপ্ৰ শাপ ॥
কলিকালে বিপ্ৰগণ। বোধৰ কাৰণ মন ॥
বেদ অৰ্থ পৰিহৰি। জীবিকাক মন কৰি ॥
পাষণ্ড অন্যায় চিত্ত। ধন জন ভাৰ্য্যাবিত্ত ॥
সব লোক কৰি নাশ। নৰকত হৈব বাস ॥
আবে শোকে তল যাই। এ বন উপায় নাই ॥
যত লোক ৰাজাগণ। তাহাতে কৰিব মন ॥
চাৰি কুড়ি চাৰি খান। আছে নৰকৰ স্থান ॥
সিটো সবে পৰে যাই। তাহাতে নপাই ঠাই ॥
দেখি কৃপাময হৰি। নৰ ৰূপে অৱতৰি ॥
চৈতন্য শঙ্কৰ বেশে। ৰমানন্দ হৰি ব্যাসে ॥
এহি চাৰি ৰূপে হৈব। নিজ যশ প্ৰচাৰিব ॥
লোক সব অপৰ্য্যন্ত। নাম দানে তৰিৱন্ত ॥
একান্ত ভকতি কাম। শ্ৰৱণ কীৰ্ত্তন নাম ॥
তৰিবেক বহু লোক। খন্দিব দুৰন্ত শোক ॥
তাতে দুষ্ট বিপ্ৰ সব। তৰ্ক বাদে বিনাসিব ॥
দেশৰ ৰাজাৰ হাতে। বিষয় কৰিব তাতে ॥
কহিলোঁ তোমাত যেন। বিপ্ৰ সব বধূ হেন ॥
এহিটো পাষণ্ড শুনা। কহিলো তোমাত জানা ॥
তোমাৰ পুজাত যত। পাষণ্ডৰ অভিমত ॥
পাৰ্ব্বতী বোলয় স্বামী। কি কথা শুনিলো আমি ॥
তোমাৰ বচন শুনি। মনে মনে আছোগুনি ॥
যত মহা মুণিচয়। সব সিদ্ধ ব্ৰহ্মময় ॥
তাসাম্বাক শাপিলন্ত। কিবা দোষ কৰিলন্ত ॥
কহিও ত্ৰিশূল ধৰ। শুনিবাক মনোহৰ ॥
শুনিয়োক সভাসদ। দ্বিপিকা চন্দৰ পদ ॥

আপনি ঈশ্বৰ হৰ। ব্ৰহ্মময় মহেশ্বৰ ॥
তান ভৈলা নিজ জায়া। প্ৰকৃতিৰ মহামায়া ॥
দুহান্তৰ সম্বাদত। শুনিলা সপ্ৰেম তাত ॥
শ্ৰোতা বক্তা পুৰাকাম। ডাকি বোলা ৰাম ৰাম ॥

---

## পদ ।

শঙ্কৰ বদতি জায়া শুনিয়ো পাৰ্ব্বতী।
তোমাৰ আগত কহোঁ ৰহস্য যুগুতি ॥
ব্ৰহ্মাৰ ঔৰসে কাল কলি উপজিলা।
পৰম দাৰুণ ৰূপ বিৰিঞ্চি দেখিলা ॥
অক দেখি মনে ভয় হৈবেক ব্ৰহ্মাৰ।
কিনো মহা মূৰ্ত্তি গোট দেখিলো ইহাৰ ॥
কৃষ্ণবৰ্ণ শৰীৰ হাতত দাঙ্গ বাৰি।
জানু পাৰি আছে সিটো কৃতাঞ্জুলি কৰি ॥
দাৰুণ পুৰুষে শূদ্ৰ ৰূপে ভৈলা যাত।
অবনত বেশে পাছে বিনায়ে ব্ৰহ্মাত ॥
কোন কৰ্ম্ম কৰো প্ৰভু কৰিও আদেশ।
দিয়া ৰাজপদ ভ ম পাও উপদেশ ॥
শুনি চতুৰ্ম্মুখ পাছে গুণিয়া চাহিলা।
তান ভাব দেখি পাছে কলি নাম থৈলা ॥
লালনী পালনী পাছে দুই ভাৰ্য্যা দিলা।
দুহানত হন্তে পাছে চাৰি পুত্ৰ ভৈলা ॥
কাম ক্ৰোধ লোভ মোহ চাৰি পুত্ৰ জাত।
গৰ্ব্ব অহঙ্কাৰ দুই জানিবা সাক্ষাত ॥

দম্ভ দ্বেষ হিংসা অসূয়াক চাৰি জন।
পাতিলেক সেনাপতি ব্ৰহ্মাৰ বচন॥
সদৰ্পে স্বৰ্গত্য ইৰি সমে চল কাৰক।
নৃপবৰ পাতি দিলা কলি দুৰ্ম্মতিক॥
এহি মতে দুৰাচাৰে ৰাজা হুয়া আছে।
তাৰ মুখ চাই ব্ৰহ্মা মাতিলন্ত পাছে॥
বিৰিঞ্চি বোলয় শুনা কলি দুষ্টচিত্ত।
দিলো স্থান ৰাজা হুয়া থাকা পৃথিবীত॥
যত কৰ্ম্ম ধৰ্ম্ম তন্ত্ৰ মন্ত্ৰ বেদচয়।
সবাহাৰে অধিকাৰ হৰিবি নিশ্চয়॥
সবে পুণ্য ব্ৰত যত তোহোৰ কাশত।
নাহি কিছু ফল তাত কৰে নানে যত॥
একে মাধৱৰ নাম কীৰ্ত্তনত বাজে।
আন যত ধৰ্ম্মক পাইবা সামৰাজে॥
হৰি নাম কীৰ্ত্তনত মিলিব বিঘিনি।
তাতে বিঘ্ন আচৰিলে মৰিবি আপনি॥
অন্ত্যজ চাণ্ডাল যদি হৰি পৰায়ন।
তাক মান্য কৰিয়া থাকিবি সৰ্ব্বক্ষণ॥
বাহ্ময় গুনিয়া যিটো হোৱে দ্বিজগণ।
হৰি নাম শ্ৰৱনে কীৰ্ত্তনে নাহি মন॥
তাতে তোৰ অধিকাৰ পাতিলো সম্প্ৰতি।
শুনা কহো তাত আৰো পৰম যুগুতি॥
ভাগৱতক যদি মন কষ্ট দেই আতি।
সত্যে সত্যে কহো তেৱে নাহৰি অধগতি॥
ৰাৰানসী আদি কৰি পৃথি[illegible]
সবাকাৰে অধিকাৰ তোৰ [illegible]

ব্রহ্মাণ্ড ভিতৰে মহা মহন্তক বাছে।
চল পৰি আৰো তাক দিলো সামবাজে॥
শঙ্কৰ বদতি কথা শুনিয়ো পাৰ্ব্বতী।
বৰ পায়া কলিৰ হৰিষ ভৈলা আতি॥
সত্য ত্রেতা দ্বাপৰ ইতিনি যুগ গৈলা।
শুনা তাত পৰে দেবী যেন কথা ভৈলা॥
অনন্তৰে মুনি বৰে পুছিলা ব্ৰহ্মাত।
কেনে মহাজ্ঞান ব্রহ্মা কহিয়ো আমাত॥
মহন্ত জনৰ কহিয়োক যেন নীতি।
কহিয়োক কাৰ কেন পৰম মুক্তি॥
কোন অনুক্ৰম আত্মা পৰ জ্ঞান নয়।
কেন মতে মহা জ্ঞানী যোগ অভ্যাসয়॥
যাহাক জানিলে নৰ, অমৰ হোৱয়।
পৰম জ্ঞানীৰ কাৰ্য্য কৰ সাৰচয়॥
শুনিবাক ইচ্ছা দেয় কহিয়োক সাৰ।
সিদ্ধ শৰীৰক আমি কৰো প্ৰতিকাৰ॥
এহি মতে বহুবাৰ কৰয় পুৰাণ।
শুনা প্ৰজাপতিৰ শঙ্কোশ ভৈলা মন॥
মনে মনে গুনিয়া বিবিক্তি ন পাৱয়।
আত্ম জ্ঞান সম্বন্ধত মনে হুচু বয়॥
কতক্ষণ মনে মনে ৰহিয়া আছন্ত।
বৈলক্ষিত ভাবে একো কথা নুবুলন্ত॥
হৰিক চিন্তিয়া আছে মহা পূৰ্ণ হৈয়া।
দেখি মুনিগণে অন্যা অন্যে নিৰখিয়া॥
ব্রহ্মাক চাহিয়া হাসিলন্ত ঘনে ঘন।
ক্রোধ মনে পিতামহেৰ হিলা বচন॥

মুনি দুৰাচাৰ সবে কৰে উপালম্ভ।
আমাক হাসিলা সবে কৰি মহা দম্ভ॥
যি সবে আমাক কৰিলেক উপহাস।
সবে সিন্ধু শৰীৰতে হৈৱেক বিনাশ॥
কলিৰ জগতে যাই বিপ্ৰৰূপ হই।
পৃথিবীত ফুৰে সবে ভকতি বিছাই॥
মহন্তক নিন্দা কৰিবেক মন্দ কাম।
দেৱৰ ৰহস্য বাক্য কৰিব বিৰাম॥
শঙ্কৰ বদতি দেবী শুনিয়ো পাৰ্ব্বতী।
আনু অসংখ্যাত বাক্য বলি প্ৰজাপতি॥
শুনি মুনি সবৰ কম্পিত হৈলা মন।
আমাৰ সবাৰ আবে যিভৈলা জীৱন॥
এতেকে সে আসি ধৰ্ম্ম ভৈলা পৃথিবীত।
ভকতি বিৰোধি সবে ফুৰয় লোকত॥
এহি মতে কলি ৰঙ্গে পৃথিবীক আসি।
বৈষ্ণৱক হিংসিবেক ভকতিক নাসি॥
নানা অস্ত্ৰ সব দেখাই কুতৰ্ক কুবৃত্তি।
কলিৰ লোকক কৰিবেক মল মতি॥
শ্ৰৱন কীৰ্ত্তন ভক্তি বহু নিসেধিব।
মনুষ্য লোকক অধগতিক কৰিব॥
শুদ্ধা তাসাম্বাৰ হৈব যেন প্ৰবৰ্ত্তন।
ৰুদ্ৰতৰ শাস্ত্ৰ কৰিবেক নিবন্ধন॥
গুপুত কৰিয়া নিজ বেদক অৰ্থক।
প্ৰকট কৰিব সবে আপন বাহুক॥
নানা মত ফল লোভাই কৰিব ভাগুন।
বুজিব বেদৰ নোহি অৰ্থ প্ৰয়োজন॥

কৰ্ম্ম ধৰ্ম্ম মন্ত্ৰ কাম কৰিবে লাগয় ।
ইহ পৰ লোকে সুখ লভিব নিশ্বয় ॥
বেদৰ নৈষ্ঠিক অৰ্থ কলিৰ ভকতি।
তাক এড়ি ধৰিবেক সবেও কুবৃত্তি ॥
কটাইবেক হংস ছাগ দিব শিক্ষা মন্ত্ৰ ।
ভকতি বলিয়া কতো কৰিবোক যন্ত্ৰ ॥
সাধিব জীবিকা নানা কৰি কুটনাত ।
পৰিবেক নানা শাস্ত্ৰ কৰিয়া আস্ফোট ॥
বড় দম্ভ কৰিবেক বহু বল্ক কৰি ।
কাটিবেক হাঁহ ছাগ হাতে অস্ত্ৰ ধৰি ॥
পিন্ধিব ধেনুকাস্ফোট পিন্ধিব অঞ্জন ।
লৈব কত জপি ধৌত কৰিয়া দশন ॥
তামা তুলসী মন্ত্ৰ মাথাত ধৰিব ।
অনেক কুবৃত্তি বাক্য বলিয়া ফুৰিব ॥
সাজাইবেক শিলা তাম্ৰ কাষ্ঠ দাৰুময় ।
এহি মতে হৰি ৰূপ হৰিত লাগয় ॥
তন্ত্ৰ মন্ত্ৰ কৰি তাক কৰিব ভূষিত ।
লোকক মুহিব বাক্য বলি বিপৰীত ॥
তাকে সত্য মানিবেক যত লোক নিৰন্তৰ ।
কৰিব আদৰ সাৰ যিবা বাক্য তাৰ ॥
পৰম অজ্ঞান পাছে হৈব লোকচয় ।
তাম্ৰ কাংশে শিলে গতি দিবাক পাৰয় ॥
এহিমতে বিমৰিষ কৰিবেক আতি ।
তাক আচৰিব আতি কৰিয়া যুগুতি ॥
মই শূলপাণী ব্ৰহ্মা আদি দেৱগণ ।
মুখ্যক দিবাক নপাৰুহু এক জন ॥

তাম্ৰ কাংশ শিলা ধৰি গতিক দিবেক।
কলিত পৰম লোক জানিবেক আক॥
কাম ক্ৰোধ লোভ মোহ সকল তেজিব।
নিৰ্ব্বীব আসনে হৰি ৰূপক চিন্তিব॥
সনক সুনন্দ মহা যোগীগণ যত।
তাৰা সবে হৰি ৰূপ চিন্তে হৃদয়ত॥
তাম্ৰ কাংশ মৃত্তিকাৰ সাজি প্ৰতিমাক।
অতি উগ্ৰ পাতকীয়ো চিন্তিব তাহাক॥
কৰ্ম্ম ধৰ্ম্ম মন্ত্ৰ নাম কৰিয়া আচয়।
ইহ পৰলোকে গতি খুজিব নিশ্চয়॥
এহি মতে বিপ্ৰ সবে লোকক ভাণ্ডিব।
নহৈবেক গতি ঘোৰ নৰকে মজিব॥
বিপ্ৰ বাক্যে মোহ হৈয়া লোক নিৰন্তৰ।
ভুঞ্জিব নিকাৰ কৰিবেক ভেদপৰ॥
চৌৰাশি হাজাৰ আছে নৰক দুৰ্জ্জয়।
সিটো লোকে তাক পাত্ৰ যাইবাক লাগয়॥
নাহি গতি হৈব লোক বৰ্ণত শঙ্কৰ।
মহা আত্মঘাতি পাপ কৰিব অপাৰ॥
ভৰি তালী মাৰি কতো কৰিব কীৰ্ত্তন।
তাতে মহা গৰ্ব্ব কৰি বলিব বচন॥
নহৈবেক প্ৰেম ডাকিবেক উচ্চ কৰি।
কতো তাতে লোক দেখি ফুৰিব বাগৰি॥
ফুঙ্কিবেক শঙ্খ শিঙ্গা কৰিব আৰাব।
ৰাম তাল বাইয়া যেন হৈবেক স্বভাব॥
এহি ভাবে মগ্ন হব লোকগণ যত।
নহৈবেক একো গতি কলিৰ লোকত॥

পাৰ্ব্বতী বদতি শুৰু কহা ত্রিলোচন ।
কোন দোষে হেন মত্ত হব লোকগণ ॥
আদ্যে কিবা হব আৰ কহিয়ো যুগুতি ॥
বিপ্রৰ হৈবেক হেন অধৰ্ম্মত ৰতি ॥
সঙ্কৰ বদতি হেন শুনিয়ো নির্ণয় ।
তোমাৰ অগত মই কহিবোঁ নিশ্চয় ॥
কত গুটি গৈলা যেবে কলিৰ দিবস ।
নহে আদ্য নহে অন্ত অল্পমান বস ॥
মনুষ্য লোকৰ যুগ হাজাৰেক গৈলা ।
তেবে বিৰিঞ্চিৰ জানা প্রহৰেক ভৈলা ॥
সত্যত কৰিয়া ত্রেতা যুগ নাহি কয় ।
তিনিত কৰিয়া লোক কলি হৰি শয় ॥
যেবে কলি যুগে সবে ৰাজ্য প্রবৰ্ত্তিল ।
এতেকে লোকত মহা অনৰ্থ মিলিল ॥
হৈবেক লোকত হৰি ভকতৰ পথ ।
বিপ্র বাক্যে লোক সব হৈব কলি পথ ॥
হৈবেক অনৰ্থ কলি লোক নিৰন্তৰ ।
তিনি দিনে তিনি ৰাজা হৈবোক অন্তৰ ॥
এক গোট অশ্ব পতি আৰো গজপতি ।
অপৰ গোটাৰ নাম হৈব নৰপতি ॥
তিনিৰ কাৰ্য্যকে ভিন্নে আৰো শুনিয়োক ।
দুই গোটা ৰাজাত মিলিব দুখ শোক ॥
অণুদিনে কলিৰ বাঢ়িব মহা বল ।
আপনৰে বাপ ভাই কৰিব কন্দল ॥
কৰা কঠ অৰ্থে সত্য ধৰ্ম্মক এড়িব ।
বন্ধু বান্ধৱেৰে সৈতে কন্দল কৰিব ॥

সুৰা পানি মচলাৰ লৈবে দ্বাঁৰা ধন।
নকৰিব কিছু জাতি ধৰ্ম্মক ৰক্ষণ॥
কতো বাম্ম চ্যুত হৈযা প্রজতি ফুৰিব।
ধনৰ নিমিত্তে লোক মাংস চিঙ্গি খাইব॥
ব্রাহ্মণ জনৰ কিছু নহৈবেক লেখ।
প্রানীক কৰবো কৰি কবৰে আদেশ॥
অজাতিৰ নাৰী হৰিবেক ক্রোৰ জন।
হৈব কতো চোৰ আনিবেক পৰধন॥
সত্য বানি তাৰ আউৰ নহিব সুপথ।
হব মহা খন্তৰা ব্রাহ্মণগণ যত॥
বৈষ্ণৱৰ বেশ ধৰি পিন্ধি ধূলি কোট।
লৈবেক কত জনী অনেক আস্ফোট॥
পিন্ধিব হাতত থাকু ক্ষেত্রিয়ৰ ধন।
মন্ত্রণা কৰিযা কতো লৈব বহুমান॥
ঘাতিব ৰাজাক হিংসিবেক বৈষ্ণৱক।
ভকতক হিংসি বন্ধু কৰিব অনেক॥
হৈবেক শুচক সাধু সবৰ কাৰণ।
ৰাজাৰ আগত কহিবেক ঘনে ঘন॥
মহন্তক হিংসি আমু ৰাজাৰ টুটিব।
অন্নমতি সবে তাক জানি ন জানিব॥
তাকে সত্য মানি সবে সম্মত কৰিব।
পাযণ্ড সকলে ভকত দুখ দিব॥
ধনৰ নিমিত্তে কাটিবেক মনুষ্যক।
পেটুৰ ব্রাহ্মণে নাসিবেক জগতক॥
কহিলো পাৰ্ব্বতী কলি পাপীষ্ঠৰ কায।
বিপ্রভেদে হৈব কলি বেশ সমবাজ॥

কলি চাণ্ডালের সথা হৈবেক ব্রাহ্মণ।
এহি মতে অধঃপাত হৈব প্রজাগণ॥
সংক্ষেপে পাষণ্ড কলা কহিলোঁ তোমাত।
লোকত মিলিব যেনে বিপত্তি সাক্ষাত॥
শুনিলাহা দেবী হংস নারায়ণ বানি।
ব্রহ্মার আগত কহি আচন্ত আপনি॥
আক যিটো নমানয় সোহি পাপী জন।
তাকে সে পাষণ্ড বোলে বেদর বচন।
পুচিলা বিমান মই কহিলো তোমাত।
আরো কিবা পুচিবাহা কহিয়ো আমাত॥
শুনা সর্ব্ব জন ইটো শাস্ত্রর সম্মত।
কহয় পুরুষোত্তম শ্রীরামর ভকত॥
মোত পরে মূঢ় জন আন নাহি কের।
নিজ দাস করি মোক লোরা রাম দেব॥

---

## লুলেড়ি।

শঙ্করর হেন, বচন শুনিয়া
পার্ব্বতী দমায় নাথ।
হংস কাকি কথা, কহিলা আমাত
শুনিলোঁহোঁ ভোলানাথ॥
যামল সংহিতা, শুনিবাক চাওঁ
কহিয়ো মোত সম্প্রতি।
কোন রঙ্গে রাজা, কোন দোষে স্থিত
কহিয়োক প্রজাপতি॥

ব্ৰাহ্মণ সকলে, কাক আচৰিব
লোকৰ কি হব গতি।
কাহাৰ ৰাজ্যত, হইব নৈষ্ঠিক
প্ৰসিদ্ধ লোক ভকতি।
কোনে হব ৰাজা, বসুধা পলিব
কাৰ পৰমায়ু কত।
লোকৰ সমৃদ্ধি, কতেক হৈবেক
দুৰ্ঘোৰ কলি কালত॥
কোন ৰূপে হৰি, কাহাত ৰহিব
কোন দিসে অৱতাৰ।
কলিৰ কালত, কোন গুনে গতি
কহিয়ো তাৰ বিচাৰ॥
তুমি মোৰ স্বামী, তোমাত পুছোঁহোঁ
তুমি সে আমাৰ গুৰু।
তিনিও লোকৰ, তিনি কৰ্ম্ম কৈলা
তুমি ব্ৰহ্মা কল্পতৰু॥
দেবীৰ বচন, জগত ঈশান
প্ৰেমত মজিয়া ৰৈলা।
হৰিক মনত, স্মৰিয়া দেবীত
পুনঃ কহিবাক লৈলা॥

---

## পদ।

ভগৱান বদতি দেবী শুনা দিগাম্বৰী।
আদি যামলক কহো সাৰক উদ্ধাৰি॥
যাহাক শুনিলে ৰাজাগণে বুজে যাক।
দীৰ্ঘ আয়ু সুশ্ৰী হয়া ভুঞ্জহ ৰাজ্যক॥

বসুধা পালিয়া ৰাজা হোৱে খ্যাতিমন্ত।
মহন্ত হৈৱন্ত যাই মুকুতি পাৱন্ত॥
কেহো ৰাজা হব যাই মূঢ় অতিশয়।
মন্ত্রি হোৱে সিও কিছু তত্ত্বক নপায়॥
তাহাৰ ৰাজ্যৰ ৰাজা মহামূৰ্খ হব।
আপন জীবিকা সিটো লোকক পালিব॥
লোক হিত বিনা সিটো আন নিচিন্তিব।
মূৰ্খ ৰাজা হব জানা প্ৰধান জানিব॥
টেণ্টন নৃপতি সব হৈবেক ক্রদাতা।
এড়িব আচাৰ নমানিব পিতা মাতা॥
মন্ত্রিযো হৈবন্ত তাৰ বৰাই কৰিব।
তাহাৰ ৰাজ্যত মহা অনৰ্থ মিলিব॥
ই কথা থাকোক শুনা আৱৰ কাহিনী।
সুফলা নামে দ্বীপ আছে এক খানি॥
পৃথিবীত কৰি চৌৰা যোজন দশৰ।
তাত সমাগম আৰ নাহি মনুষ্যৰ॥
আছোক মনুষ্য দেৱতায়ো দেখা নাই।
অন্তক সময়ে মই থাকোঁ সেহি ঠাই॥
অন্তে ব্ৰহ্মাণ্ড ৰিলি ব্ৰহ্মাক হৰন্ত।
সেহি লোক সম সাজি দিলা ভগৱন্ত॥
দীৰ্ঘে প্ৰস্থে হোৱে বল সাথি যে প্ৰহৰ।
মহা প্ৰলয়ৰ নাম নাহি সিস্থানৰ॥
তাতে ৱট বৃক্ষ ব্ৰহ্মা ময় স্থিতি ৰেক।
চাৰি যোজনক জুৰি আচয় প্ৰত্যেক॥
নাহি চন্দ্ৰ সূৰ্য্য বায়ু দেৱৰ সঞ্চাৰ।
মাণিক প্ৰকাশে থান জ্যোতি ময় সাৰ॥

সদৃশন নামে নদী চৌপাসে বহয়।
ব্ৰহ্মাৰ নিৰ্ণয় চাৰি দিকে প্ৰকাশয়॥
তাতে ক্ষুধা তৃষ্ণা জেৰা একে নাহি কয়।
ৰহু ৰম্য ফল পুষ্প আমোদিত হয়॥
হিৰা মৰকত থানে থানে মনোহৰ।
আপনি ঈশ্বৰ নিৰ্ম্মিআছে সাৰোত্তৰ॥
তাতে বুদ্ধ অবতাৰ ধৰিৱন্ত হৰি।
থাকিৱন্ত লোকৰ কাৰ্য্যক দৃষ্টি কৰি॥
কলি নিগ্ৰহিব যত লোক নিৰন্তৰ।
ভাঙ্গিব চাৰিবো ভৰি দাৰুণ ধৰ্ম্মৰ॥
বুদ্ধৰূপ ধৰি হৰি নমাতি ৰহিব।
ভাল মন্দ নাহি কিছু বাক্য ন বলিব॥
বোধ অৱতাৰৰ চৰিত্ৰ যত যত।
তোমাৰ আগত মই কৰিলোঁ বেকত॥
কতোৰেলি হাস্যমাত্ৰ দন্ত্য দৰশান্ত।
পাপান্যায় তিনি কাৰ্য্য তিনিকো দেশন্ত॥
তানলগে সাত্তোধিক মুনিয়ো সেৱন্ত।
তাসাম্বাৰ ভক্ত আছে তাহান আগত॥
যেন কাল জৰা লোক বসিয়া থাকয়।
শুনি লোকে তান আগে কহে কথাচয়॥
মাথাক অঙ্কাৰি যেন কৰিছে নিৰ্ভয়।
পাপ পুণ্য কাৰ কিছু চিকিৎস ন হয়॥
যিবা যেহি কহে তাক শুনিয়া থাকিবে।
এহি মতে বোধৰূপ ঈশ্বৰে ধৰিবে॥
ঈশ্বৰৰ ইচ্ছা ব্ৰহ্মা ভক্ত মুনি যত।
অচমিতে তাৰা সবে মিলিবে লগত॥

কলি পাপীষ্ঠৰ দেখিবন্ত বল বৃদ্ধি ।
চিত্ত বিত্ত পত্ৰক কৰিব আশুধি ॥
তাতে বোধ পাষণ্ড হৈবেক যত যত ।
সিটো সবে বলী হব কলিৰ জগত ॥
পূজা মন্ত্ৰ বেদ কিছু কৰিবোক নিত ।
হৰি নাম বিনে হব সকল বৰ্জ্জিত ॥
একে হৰি নাম মাত্ৰ লোকৰ মুকুতি ।
তাত পৰে আন কোনে সাধিবোক গতি ॥
অন্ত্যজ চাণ্ডালে যদি লোৱে হৰি নাম ।
বাহ্ন গুণি বিপ্ৰেও নহিকে তাৰ সম ॥
যদি বিপ্ৰ হৱা সিটো হৰি ন ভজিলা ।
তাতোধিক চাণ্ডালক তাকে গুৰু বোলা ॥
বোধ অৱতাব কলো শুনা বোধ কলা ।
চাহিয়া ৰহিব যাৰ যেন বুদ্ধি ভোলা ॥
কৰিব ভুষিত তাৰ সকল কপাল ।
হেন বেশ ধৰি অতি ভাঙ্গিব সকল ॥
কতো বৃত্তি ধৰিবোক অনাৰ্থ কুধৰ্ম্ম ।
শিৰে জটা ভস্ম ধূলি পিন্ধে বাঘ চৰ্ম্ম ॥
কটিত কফিন কতো পিন্ধিবোক টানা ।
পিন্ধিব চন্দন ৰক্ত ৰুদ্ৰাক্ষৰ মালা ॥
গ্ৰাম্য কথা এড়ি সিটো মুহিব লোকক ।
পুৰ্ণ শৰ্য্যা দান দিব কৰি আনন্দক ॥
কতো পাপী সবে পিন্ধিবোক ফাগী ফোটা ।
তুলসী ৰুদ্ৰাক্ষ মালা পিন্ধে জোণ্টা জোণ্টা ॥
আৰাগ চন্দন গাৱে কৰিব ভূষিত ।
ধৰিবোক দিষ্য [illegible] লোকেও দেখিত ॥

কানত কহিব কথা জপিব কুনাম।
বর্ণাশ্রম এড়িব কৰিব মত্ত কাম॥
লোকক মোহিত কৰিবোক মণ্ডমতি।
তাকে ধর্ম্ম বোলি লোকে মানিব সম্প্রতি॥
বিপ্র সবে শুনা যেন কৰিবোক কায।
লৈবোক পাষণ্ড কলি সকল সমাজ॥
চৰা চৰা ফোটা ভূমি মাণ্ডিত লুটিব।
হাতত বলয়া কানে অঞ্জনা পিন্ধিব॥
বহুতৰ বস্তি কৰিবোক আগ্ৰহণ।
লোক তবো লাইব বৰ পণ্ডিৎ গহন॥
বহুতৰ দ্রব্য আনি কৰি এক ঠাই।
সাথৈ কলা পিঠা আবো কৰাই মিঠাই॥
দধি দুগ্ধ ক্ষীৰ দিব্য কৰি বহুতৰ।
প্রবন্ধ কৰিয়া দ্রব্য খাইবোক লোকৰ॥
তন্ত্র মন্ত্র কৰিয়া ভাণ্ডিব জগতক।
ধন ধান্যে মুক্তি পাৱে দেখায়া শাস্ত্রক॥
কত বলি হংস ছাগ দিব নানা মত।
এহি মতে ভাণ্ডিয়া ফুৰিব জগতক॥
হেন বোধ সকলে দেখিয়া কলি মন্দ।
মোৰ কাৰ্য্য সিদ্ধ বলি কৰিব আনন্দ॥
শঙ্কৰ বদতি কথা শুনিযো পাৰ্ব্বতী।
এহি বোধ কলা ৰাজ শুনিলা যুগুতি॥
মহাজন সকলে যে আচৰিব মন্দ।
শিষ্যৰ কাৰণে কৰিবোক বহু দ্বন্দ্ব॥
তোৰ মোৰ ভঙ্গ বলি কৰিব বিবাদ।
কৰিবোক শ্রদ্ধা পুৰুষাৰ্থৰ আবদ॥

লইবোক কৰ ভাৰ মাত্র সাধিব লোকৰ ।
সাধনক লাগি হৈব আক্রোশ বিস্তৰ ॥
লোকৰ কুশল কিছু নকৰিব মনে।
খাইবাক লাগিয়া মাত্র কৰিব যতনে ॥
হৈব হিংসা বাদ হিংসা কৰিব লোকক ।
আপনাৰ সুখ মাত্র সাধিবোক তাক ॥
ন কৰিব প্রেমভাৱ কৰিব কপট।
তর্কবাদে বিভান্দিব আবে বৈষ্ণৱক ॥
শ্রৱণ কীর্ত্তন ভক্তি আক নাদৰিব ।
অন্য অ.ন্য মনে মাত্র দ্বেষ আচৰিব ॥
মহন্তৰ হৈব শোক মোহ ক্রোধ কাম ।
ঐশ্বর্য্য বিভূতি বাঞ্চিবোক অবিশ্রাম ॥
ন কৰিব ভূতদায়া ন থাকিব বহি ।
নাম দান কৰিবোক ঘৰে ঘৰে বহি ॥
তই মই ভেদ বুদ্ধি মুগুচিব মনে।
কৰিবোক ভেদমাত্র দেহাৰ কাৰণে ॥
মহন্ত সবৰ হব কন্দ ি.ত্ৰ।
ন হৈব আদৰ কাক নহি কাৰ ॥
ন হৈবেক মন দিগম্বৰ প্রেমভাৱ।
দ্রব্য বস্ত্র অলঙ্কাৰে শোভিবোক গাব ॥
হৈব আসকতি আতি তীৰি সুবর্ণ ত।
ধর্ম্মক বথানিব ি উচ্চ আসনত ॥
তাতে বিপ্র সব হব খলুৱা ৰাক্ষস।
মহন্তক দিব দুঃখ পাইব মহাক্লেশ ॥
এহি মতে হৈব মহা পাপীষ্ঠ বর্ব্বৰ।
কলিযুগে নহৈবেক আচাৰ বিচাৰ ॥

সেহিজন বল্লভ হৈবেক মহাজন।
কৰিব অকার্য্য সিটো থতি দিয়া মন॥
সাধুক পীড়িব সবে কৰি কুটনাট।
হৈবেক দারুণ মহা ৰাজাৰ ললাট॥
অতব্য হৈবেক দেহা হৈব পথাঘত।
মিলিব মাৰিক মহা দুৰ্ভিক্ষ ৰাজ্যত॥
যাইবো অধঃপাত সব লোক নিৰন্তৰ।
নহৈবেক একো লোক সুখী একো নৰ॥
পাছে কতো কতো লোক হইবে বুদ্ধিহীন।
শ্রবর্ণ কীৰ্ত্তন ভক্তি কৰিবোক হীন॥
স্ত্রী বশে হৈব ৰাজা লোক ত মলিন।
সকলে হৈবেক লোক স্ত্রী পৰাধিন॥
অধৰ্ম্মে জুৰিলা লোক ভৈলা একাকাৰ।
ৰাজাৰ আচাৰ হইব প্রজাৰ আচাৰ॥
হংস ছাগ বলী পূজা কৰিব বিধান।
এভেকে হৈবেক লোক নৰ কত স্থান॥
কহিলো তোমাত মধ্য দেশ ভাৰতৰ।
বর্ণত শঙ্কৰ হৈব লোক নিৰন্তৰ॥
ম্লেচ ৰাজা হৈব নাশ শূদ্রে হইব ৰাজা।
তাহাতে থাতিব জানা বহুতৰ প্রজা॥
হৈবেক লোহিত তীৰে ৰাজাৰ নগৰ।
সান্তানুনন্দন আতি তীর্থ মনোহৰ॥
তাহাক নহৈব মহাপুৰিশবলন।
হয় হস্তী ৰথে গজে হৈব সুনির্ম্মল॥
হৰবিন্দ নাম ধৰি হৈব নৰপাল।
চন্দ্রপ্রভা নামে হৈব নগৰ বিষাল॥

সিটো নৃপতিৰ হৈব বেদ ধৰ্ম্মে ৰতি ।
বিপ্ৰ বাক্য ন কৰিব বুজিয়া প্ৰবৃত্তি ॥
পাঞ্চাধিক যাঠি বছৰ পালিবেক মহী ।
এড়িব বিপ্ৰৰ বাক্য কলিক নিগ্ৰহি ॥
কৰিবেক যজ্ঞকাৰ্য্য বেদৰ নিশ্চিত ।
মহাদানে ধৰ্ম্মে প্ৰজা কৰিব নেৰিত ॥
তাত পাছে মৰি সিটো পাইব বিষ্ণুস্থান ।
তাহান তনয় ৰাজা হৈবেক প্ৰধান ॥
কুশাৰন্য নামে তান হৈবেক প্ৰখ্যাত ।
কুশ মূল সব জাত হৈবেক তাহাত ॥
অসংখ্যাত সূৰ্য্য বিপ্ৰ নাম কৰি নিব ।
পিপ্পলায়ন তীৰ্থে যাই সূৰ্য্যক পূজিব ॥
বিংশতি দিবসে দেখা দিব দিবাকৰ ।
তাহাৰ কাষত আছে শ্ৰীচন্দ্ৰধৰ ॥
জাম্বুদ্বীপ মধ্যে যত আছে মহীপাল ।
সবাকে দিয়োক মোক কৰিবাক পাল ॥
এহি বড় দিয়ো মোক দেৱ দিবাকৰ ।
মনবাঞ্চা পুৰাওক তযু সেবকৰ ॥
দিলন্ত আদিত্য বৰ হৈব বাঞ্চাপুৰ ।
অবিশ্ৰাম কৰা পূজা পাৰ্ব্বতী শঙ্কৰ ॥
এতেকে সে হৈব সিটো লোক অধিকাৰ ।
সকল লোকৰ সিটো হৈব কৰভাৰ ॥
গৌৰে কাম ৰূপে আৰো জয়ন্তি মাগধ ।
হৈব একে চত্ৰে ৰাজা কৰিব দগধ ॥
তাহাৰ নগৰ হৈব নামে ৰত্নপুৰ ।
শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰিব প্ৰচুৰ ॥

বিংশতি অধিক শত বৰিস প্ৰখ্যাত।
পালিবেক বহু প্ৰজা নাহিকে ইহাত॥
পাছে তাৰ হন্ত আয়ু হৈবে সমাপতি।
সান্তানু সদগতি ভোগ কৰিবোক আতি॥
হৈব সাত পুত্ৰ তাক লোকে নসহিব।
সাত খণ্ড কৰি ৰাজ্য বিভাগীয়া দিব॥
বহুতৰ বিপ্ৰ সবে মন্ত্ৰণা কৰিব।
মন্ত্ৰনা কৰিয়া মহন্তক দুঃখ দিব॥
মহন্তক পীড়িবেক লঘু অহঙ্কাৰ।
ন হৈবেক তাত হৰি ভক্তিৰ প্ৰচাৰ॥
অল্প আয়ু অল্প সত্য হৈব ধৰনীত।
পাপে আগ্ৰহিব লোক হৈবেক বৰ্জ্জিত॥
কহিলোহোঁ শূদ্ৰ কলা তোমাত পাৰ্ব্বতী।
আৰো কিবা সুধিবাক আছে তোৰ মতি॥
শুনি বন্ধু জন লৈবা কথাৰ প্ৰমাণ।
ভবানীত হৰে কহি আছে বিদ্যমান॥
হৰি নাম বিনে ৰাজ্য সবে প্ৰজা যত।
বিফলে সবাৰে আয়ু হোৱে সমাপত॥
অস্থায়ী জীৱন ধন যৌৱন যতেক।
জানি আক পৰিহৰা কৰিয়ো প্ৰত্যেক॥
বোলয় পুৰুষোত্তম এড়ি আন কাম।
সুখে, দুখে মুখে নচাৰিবা ৰাম নাম॥

---

## ছবি।

হেন শুনি মাহা মায়াঁ, স্বামীত বিনায় ভেবে ;
কোৱা পাচ কথা ভগৱান।
কোন ৰাজা কতমান, কোন ধৰ্ম্ম আচৰিব ;
ৰাজা কোন হৈবেক প্ৰধান ॥
কত মান দিন কলি, লোকক কৰিব পিড়া ;
তাৰ নাম হৈব কেন মত।
মহা মহা পাপ ৰাশি, লোক সব নাশ হৈব
অন্যা অন্যে আয়ু হৈব হত ॥
বোধ বিপ্ৰসব যত, কেন মতে নাশ হৈব
লোক সব হৈব কেন থান।
কতকাল সুখ দুখ, ভুঞ্জিবেক লোক সবে
শুনা তাক কহো বিদ্যমান ॥
কোন বংশে ৰাজা হুয়া, বসুন্ধা পালন কৰি
ধৰ্ম্ম কৰ্ম্ম হৈবেক কি মত।
তাহাক শুনিবে মোৰ, বড় ইচ্ছা আছে প্ৰভু
মোৰ আগে কহিয়ো সমস্ত ॥

---

## পদ।

শঙ্কৰ বদতি প্ৰভু শুনিয়ো পাৰ্ব্বতী।
হেনতো দুৰ্জ্জন কলি পাপৰ সম্প্ৰতি ॥
তাহাতে হৈবেক হৰি ভকতি প্ৰধান।
শুনা সাবধানে যেন মতে ভক্তি দান ॥

দুৰ্জ্জনৰ ভৰে ভূমি পায়া যেন দুখ।
পাতাল পুৰক মনে হৈলেক সন্মুখ॥
পাপ ভাৰ গাৱে নশহয় ধৰনীত।
গুনি গাঠি, পাছে যেন কৰি স্থিৰ চিত্ত॥
পাছে মহা বলী ৰাজা ত্ৰিলোকত সাৰ।
তেহন্তে মোহৰ কৰিবেক প্ৰতিকাৰ॥
এহি মতে চলিৱন্ত সতী বসুন্ধৰী।
বলিৰ থানত যাই প্ৰবেশী সুন্দৰী॥
দেখি দৈত্যপতি কৰিবেক প্ৰতিকাৰ।
কহিৱন্ত দেবী ক্লেশ যত আপোনাৰ॥
পাতকী প্ৰজাৰ ভৰ সহন নজাই।
দুৰ্জ্জন ৰাজাৰ কত সহিবোঁ অন্যায়॥
দুৰ্জ্জন নৃপতি সবে নাশে মহন্তক।
দুষ্ট সব দণ্ডি সবে নাশয় লোকক॥
ম্লেচ ৰাজা সবে কৰে লোকৰ বিঘাত।
স্ত্ৰী বলে কৰিনেই নাহিকে সজ্ঞাত॥
লোকৰ জীবিকা নাশি পুৰয় উদৰ।
প্ৰাণীক হিংসিয়া খাই মাংস শৰীৰ॥
বিপ্ৰ সবে ম্লেচ চাণ্ডালৰ অন্ন খাই।
ভৈলেক পাষণ্ড বিপ্ৰ সবস্নৃন্ধ নাই॥
ম্লেচ নৃপতিক সেবা কৰে অনুমান।
ব্ৰাহ্মণ এবৰ কিছু নাহিকে সন্ধান॥
লোকৰ মাংসক খাইবে যে হেন, ৰাক্ষস।
চলে বলে হৰিবেক লোকৰ সৰ্ব্বস্বক॥
অজস্ৰ অযোক্ত কৰ্ম্ম অনুমান নাই।
পেট পুসিবাৰ মাত্ৰ চাণ্ডাল পৰাই॥

নানা তৰ্ক শাস্ত্ৰ বিহি কৰিব নিদান।
ৰটব অযোগ্য বাক্য নিৰ্বোধ সমান॥
দ্বীজ হুয়া কৰে ক্ৰয় বিক্ৰয় বেহাৰ।
কৰয় মদ্য পান নাহিকে আচাৰ॥
হৈবেক থলুয়া কভু দেই মহন্তক।
পুত্ৰ পত্নী পুসিবাক কৰয় লোকক।
হৰি হৰি লোকৰ মিলিল বিসঙ্গাত।
বিহিত কৰ্ম্মক লোকে তেজিয়ো সম্প্ৰতি॥
কৰি কৰ্ম্ম সব ভৈলা পাষণ্ড পৰাই।
ব্ৰাহ্মস্বক দেবস্বক ত্যেজে সমুদায়॥
শুদ্ধ সুবৰ্ণক আনি অসুদ্ধ কৰিব।
নাহি সত্য ধৰ্ম্ম সবে অন্যায় কৰিব॥
চুৰি কৰি আনি ধন কৰিব সঞ্চয়।
এতেকে পাষণ্ড লোক হৈবেক দুৰ্জ্জন॥
যেন মতে কহিলেক মাৱ বসুমতী।
সেহি মতে হিত কথা ছ্যাৰে দৈত্য পতি॥
হেন বাণি শুনি পাছে দৈত্যৰ ঈশ্বৰ।
ধৰণীক আশ্বাসিযা বলিলা সত্তৰ॥
মন মষ গজ কত ছৰি ইন্দ্ৰ সেন।
পলাইবাৰ নাহি স্থান কালান্তক যেন॥
তাহাতে আচন্ত শনি নামে দেশখ্যাত।
পৰি আৰ আছে কলি সময় তথাত॥
মনোময় সভাথান তাহাতে দেখিলা।
দুৰ হস্তে বিৰচন সুত আকলিলা॥
কাম ক্ৰোধ লোভ মোহ হিংসা মৎসৰক।
দুষ্ট দ্বেষ অহঙ্কাৰ ইৰিষা গৰ্ব্বক॥

অসত্য অদয়া মিছা অন্যায়ক আদি।
প্রজতিয়া লোকে সবে বহিবে প্রমাদি॥
হেন সভাখান তাৰ দেখি চমৎকাৰ।
দেখিয়া বলিৰ খেদ মিলিলা অপাৰ॥
হৰি হৰি শোকৰ মিলিলা অমঙ্গল।
পাপী কলি নগি লোক গৈলা ৰসাতল॥
তাৰ (লগে) আছে বিশ্ব যিটো দ্বীজবৰ।
পৰম পাষণ্ড পাপী অন্যায় দুৰ্জ্জৰ॥
মিছা তন্ত্ৰ মিছা মন্ত্ৰ মিছতি হিংসয়।
অহঙ্কাৰ আদি (মন্ত্ৰ) ব্ৰাহ্মণে হোৱয়॥
এক মন্ত্ৰ সব আছে অবহিতে ছাই!
জগতক বস্য কৰে কলি ৰাই॥
অনন্ত মহিমা মহা মহন্ত সবৰ।
তাসাম্বাৰ আগে কোন কলি অলপতৰ॥
এহি মতে সুমৰিলা বলি দৈত্যপতি।
কলিৰ কাযক যেৱে দেখিলেন আতি॥
মনে বলে কিনো আৱে মহন্ত দুৰ্জ্জয়।
ভালে তো ইহাৰভাৰ পৃথিবী নসয়॥
এহি বলি ধিৰে ধিৰে সমিপ চাপিলা।
সি বেলাত কলি ৰাজা বলিক দেখিলা॥
কোন গোট আসে ইটো হস্তীৰ স্কন্ধত।
কলি নৃপতিৰ শঙ্কা নাহিকে মনত॥
হেন দেখি কিছুতেই নাহি কয় মন।
শ্বেত ছত্ৰ ঘনে বয়ে আদিত্য সমান॥
আত হস্তে বলি যাই চাপিলা ওচৰ।
তাৰ মন্ত্ৰি আগে নিয়া পুছিলা সত্তৰ॥

কৈৰ আসিআছা তুমি ইটো হস্তী স্কন্ধে ।
মাথে শ্বেত চামৰ ধৰিয়া নানা বন্ধে ॥
বাৰানাসী চেৰাই ধৰ্ম্ম লক্ষ নামে পুৰ ।
ইঠাই পশিলা আসি কোঠেৰ ঠাকুৰ ॥
জ্ঞায়নতো লণ্ড ভণ্ড কৰি মন্ত্ৰিগণ ।
তাবদে পশিয়া পেলাই আপোন তৱন ॥
হেন শুনি তাৰ পাছে যত বীৰচয় ।
বলিৰ সম্মুখ হৈয়া সমৰ কৰয় ॥
কাম বান হানিলেক নানান প্ৰকাৰে ।
ক্ৰোধে হানিলন্ত বান ক্ৰোধে বাৰাম্বাৰে ॥
দম্ভে মোহ লোভে সব হানিলা জন্টাই ।
মহন্ত বলিৰ তাত গনাগণ নাই ॥
হিংসা অহঙ্কাৰ ৰাগ দ্বেষ শঠবৰ ।
সহিবেক আন যত বান নিৰন্তৰ ॥
আকাশ ঢাকিয়া ছত্ৰ চামৰক ঢাকি ।
মিছাতব আদি বান হানিবে প্ৰভৃতি ॥
অসত্য অদায়া আৰ আজৰ আলয় ।
অন্ন না কুবৰ্ত্তি আশা মোহ নাগ পাশ ॥
অশুয়া অকৰ্ম্ম আশাক কথা জল্পনা ।
হাস পৰিহাসে চিন্তা নিদ্ৰাচয় মান ॥
এহি মতে আছে যত নানা অস্ত্ৰচয় ।
বৈষ্ণৱ বলিক কলি সমে প্ৰহাৰয় ॥
পৰম বৈষ্ণৱ বিৰোচনৰ তনয় ।
তাঙ্ক কি ভেদিবে পাৰে সিটো শৰচয় ॥
ৰাম নাম অভেদ্য কবচ প্ৰভাৱত ।
হৰি পদ সেবা খাণ্ডা ধৰিয়া কৰত ॥

একান্ত শৰণ যিটো মহন্ত সঙ্গত।
পাৱে ৰাম নাম ৰস হুয়া এক মত॥
তাঙ্ক কি কৰিতে পাৰে কলি দুৰাচাৰ।
যেন মুষ্টে মুষ্টি হানি মাথাৰ উপৰ॥
হৰি ভকতিক যেন দুৰ্জ্জনে নিন্দয়।
অতি অল্পকালে সিটো আপনা নাশয়॥
শুনিয়া পাৰ্ব্বতী লয়ো হৰি শৰন।
হৈবাহা অমৰ তুমি মৰণ॥
তুমি আমি দুয়ো কৃষ্ণত ভকতি।
তেবে গুচিব আৰ দুৰ্গতি॥
পাৰ্ব্বতী বদতি গুৰু জগত ইশান।
তুমি কাক ভজা কোন ঈশ্বৰ প্ৰধান॥
কোনে কৈত থাকি কৈত কৰিছে কি কাম।
আমি জানো তুমি বিনে নাহি আন কাম॥
জগতৰে সৃষ্টিকৰ্ত্তা তুমি মহেশ্বৰ।
তুমি বোলা কোন এক আছন্ত ঈশ্বৰ॥
কি কথা কাৰণ ৰূপ কহিয়ো সংহৰি।
দাসী বলিয়োক তযু চৰণে উদ্ধাৰি॥
ভাল মতে প্ৰভু মোক কহিয়ো বুজাই।
তোমাতে শৰন মোক দিয়োক সদাই॥
জগতৰ অন্ত মই কাল ৰুদ্ৰহৰ।
সকল কালৰ মই দাস মাধৱৰ॥
মোৰ আত্মা হুয়া এন্তে বলি পুজা থাই।
আজি তাৰ আশা গুচাইবো সমুদাই॥
মহা ঘোৰ ৰূপ ধৰি লোক বিনাশয়।
মহা মায়া প্ৰকৃতীয়ো এহেন্তে হোৱয়॥

এহি শুনি মৌনভাৱে আছে ত্রিপুৰাৰি।
কিছু পৰে গৌৰীক মাতিলা হাস্য কৰি॥
শঙ্কৰ বদতি কথা শুনিয়ো পাৰ্ব্বতী।
মই মাধৱৰ দাস জানিয়ো সম্প্রতি॥
তুমিয়ো হৈবাহা দাসী ময়ো হৈবো দাস।
মোৰ আৰ নাহি কিছু তোমাসাত বাঞ্ছ॥
মই দিগাম্বৰ তুমি হবা দিগম্বৰী।
মুণ্ড-মালা জটায় থাকোঁয়, শূল ধৰি॥
কটি-বাঘ ছাল গাৱে সৰ্প কণ্ঠে বিষ।
মালাৰ কাহিনি শুনি দেবীৰ হৰিস॥
প্রেত স্থানে থাকি যত লোকে ৰেসে স্থান।
সকল প্রকাৰে কৰি জগত নির্ম্মান॥
এহি মতে দেহা অর্থ তত্ত্ব কহিলন্ত।
সংসাৰ তত্ত্বৰ কথা দেবী জানিলন্ত॥
দেহা ছাই মাতি হোৱে অগ্নি দাহ কৰে।
মৰি মৰি উপজয় সাৰ নামে তৰে॥
চাৰি সিদ্ধ জীৱ এভো সিয়ো নপায় অন্ত।
জানো লোকে হৰিত শৰন ন পাসণ্ড॥
হেন জানি তুমি লোৱা হৰিত শৰন।
তোমাৰ আমাৰ গুৰু দেৱ নাৰায়ণ॥
আজি ধৰি আত্মা গুৰু তাহাকে মানিবা।
সৰ্ব্ব কৰ্ত্তা ভাৱ মনে ভজিয়া ধৰিবা॥
মই হৰি দাস ভৈলো তুমি হৰি দাসী।
থাকিবহো দুয়ো জনে তাহাঙ্ক উপাসি॥
অনেক কহিয়া হৰে প্রেমত মজিলা।
কৃষ্ণ ইষ্ট মহা হৰি বলিয়া স্মৰিলা॥

স্বামীৰ ভাৱক দেখি পাৰ্ব্বতী গোসানী।
দুই নয়নৰ পৰা বহি যাই পানী॥
শুনা বুদ্ধ জন হৰ গৌৰীৰ সম্বাদ।
মহা মায়াঁ হৰ ভৈলা হৰিৰ ভকত॥
শূদ্ৰ কলা কহি বসুমতি কলা কৈলা।
বলি কলা কহি কপি যুদ্ধক কহিলা॥
ঈশ্বৰ নিৰ্ণয় শুনি শৰণ পশিলা।
শৰণ কলাক পাছে দেবীত কহিলা॥
অনন্ত গহন হৰ গৌৰীৰ সম্বাদ।
নিশেষ ইহাক কোনে কহিব আহ্লাদ॥
সম্বন্ধি অধিক ষাঠি হাজাৰ শ্লোকৰ।
বিৰচিলো পদ আনি কলিকালান্তৰ॥
আমি অল্প মতি শাস্ত্ৰ অগাধ্য সাগৰ।
শুনিলে মাত্ৰকে হোৱে বুদ্ধি পণ্ডিতৰ॥
তথাপিতো আমি গুৰু মুখে যি শুনিলো।
গুৰুৰ চৰণ চিন্তি ইহাক লেখিলো॥
বঢ়া টুটা দোষ দেখা ক্ষেমাসে বুঝাই।
কৰি বাহা নিন্দা যেবে ইতো কথা নাই॥
শাস্ত্ৰক নজানি যদি কৰয় নিন্দন।
কুবাক্য বতয় বেঙে কাকৰ সমান॥
মোৰ পদ বলি যিটো কৰয় হেলন।
তথাপিটো শাস্ত্ৰ চাই জিজ্ঞাসিব মন॥
আপনি ঈশ্বৰ হৰ গৌৰী মহামায়া।
মহা প্ৰকৃতি ৰূপ সঙ্কৰৰ জায়া॥
তাৰা দুবো সম্ভাষণ তাতে গুঢ় আতি।
পাশ গুল বেসে আঙ্ক নজা নয় আতি॥

বোলয় পুরুষোত্তমে কৰিয়া মিনতি।
সাধু সবে মোক কৃপা কৰিয়ো সম্প্ৰতি॥
ব্ৰহ্মাভূত একান্ত বৈষ্ণৱ আছে যত।
ৰহোক পিৰিতি মোৰ সবাৰ পাৱত॥
সাধু মহন্তৰ শুদ্ধ দুখানি চৰণ।
এক বাক্যে সবাহাকে নিয়োজক মন॥
হেনয় শ্ৰীৰাম তুমি ঈশ্বৰ পৰম।
তযু পাৱে প্ৰণামো গুচোক পাপ মন॥
সন্তত গিৰিতি মুখে ৰৌক তযু নাম।
দুহান্ত কৰ্ম্মক কৰিয়োক অবিশ্ৰাম॥
ইটো ৰাজ পদে মোক অন্ধ নকৰোক।
ৰাম ৰাম বোলা সবে সভাসদ লোক॥

---

# দুলড়ি।

পাৰ্ব্বতী বদতি, দেৱ পশুপতি
কহি য়ো মোত বুঝাই।
তুমি কাক চিন্তা, কাহাক আৰাধা
থাকে তেন্তে কোন ঠাই॥
কোন নাম কেনে, মহিমা অপাৰ
তান্ত পৰে আছে নাই।
কোন নাম কেন, প্ৰবন্ধ কৰিয়া
আমাত কহা গোসাঁই॥
তোমাৰ আমাৰ, ভজনি ঈশ্বৰ
চিনায়োক ভগবান।

কোন স্থানে কোন, নিবাস কৰন্ত
কহিয়োক বিদ্যমান ॥
গৌৰীৰ প্ৰশ্নৰ, উত্তৰ কহন্তে
সাংসাৰ অন্তক হৰ।
শুনিয়োক জায়া, তোমাকে চিনায়া
ভজনি যিটো ঈশ্বৰ ॥
তিনি বিষ্ণু স্মৰি, নাৰায়ণ দেৱ
দুই বিষ্ণু নিৰুপম।
সবাত বাহিৰ, নামে পৰম ব্ৰহ্ম
প্ৰসিদ্ধ পুৰুষোত্তম ॥
সান্তানুত বিষ্ণু, শ্বেত বিষ্ণু আৰ
অপাৰ বিষ্ণু মাধৱ।
এহি তিনি জনে, লোকক পালয়
নৈষ্কন্তিক মহাশয় ॥
শ্বেত বিনাসত, শ্ৰঈ নাৰায়ণ
সবাকে কৰে প্ৰসন্ন।
পৰম গহন, অতি বিতোপন
জানিবা নিষ্ঠ বচন ॥
চিদ বিনাসৰ, শুদ্ধ ভাগ হোৱে
ত্ৰিশ লক্ষ হাজাৰেৰ।
তাহাতে সুন্দৰ, নিৰ্ম্মল বৈকুণ্ঠ
বন্দনি চৈধ্য লোকৰ ॥
তাহাকে লোকক, বলয় কল্যাতি
অনে কহি বিষৰ্জ্জিলা।
এতেকে তাহাক, ইচ্ছা বিনাশক
প্ৰসিদ্ধ নাসে কহিলা ॥

তাহান্তে থাকোতে, যেৱ নাৰায়ণ
জ্ঞানী কৰ্ম্মি যো শকৰ।
কোটি ব্ৰহ্মাহৰ, গতে হোৱে জানা
অভয় সিটো লোকৰ॥
তাহাত অৰ্দ্ধৰ, তিনিৰ্দ্ধ লোকৰ
হাজাৰ থান ওপৰে।
চেদনি বিনাস, প্ৰসিদ্ধ বৈকুণ্ঠ
বিস্তাৰ প্ৰকাশ কৰে॥
সাত থান স্বৰ্গ, সাত থান পৃথি
সবে মিলি যত হয়।
ইহাক বিভাগী, দুশ ভাগ কৰি
বৈকুণ্ঠ জানা হোবয়॥
কহিবোহো কত, তাহাৰ মহিমা
বৰ্ণাবৰ সংখ্যা নাই।
সহস্ৰ বয়নে, বৰ্ণাবেক কোনে
কহিয়া সাৰ ন পাই॥
শ্বেত কল্পিওৰ, দুই বৈকুণ্ঠৰ
কৈলা দেৱ শূলপাণি।
সংক্ষেপ পয়াঁৰে, তাক নেলেখিলো
পদ বঢ়াইবে জানি॥

---

## পদ।

শঙ্কৰ বদতি দেবি শুনিয়ো পাৰ্ব্বতী।
পূৰ্ণব্ৰহ্ম ঈশ্বৰ থানৰ যেন স্থিতী॥
চিদা বৈকুণ্ঠৰ পৰা হোৱয় অত্যান্তৰ।
হোবয় আদিত্য আসি লক্ষ হাজাৰৰ॥

ব্রহ্মানন্দ স্থান সিটো দিব্য ৰত্নময়।
তাহাৰ মহিমা গুণ কহন নজায়॥
চাৰিও বৈকুণ্ঠ আৰো ভুবন চৌদ্ধয়।
আত দশ গুণে বঢ়া জানিবা নিশ্চয়॥
মহা জ্যোতির্ম্ময় থান সবাৰ দুর্লভ।
সপ্রেম কেৱল ভক্ত পৰম সুলভ॥
আছে পুর্ণ সনাতন প্রকাশিত আতি।
দুখানি চাৰু ভুজ ৰত্ন প্রকাশন্তি।
নীলত গালাৰ বর্ণ ইন্দুবৰ শ্যাম।
সুন্দৰ সুমুখ কর্ণ নাশা অনুপাম॥
নিবিৰ দশন নিন্দি মুকুতাৰ সাৰি।
অৰুণ নয়ন ভ্রুব বন মালা চাৰি॥
সুকুমল তনু কান্তি তিলক বনাই।
কুটিল কুন্তন ভঙ্গি ভ্রমৰা পৰাই॥
ৰত্নৰ কিৰিটি চিকি পাৰে বিৰচিত।
চুৰা মণি বান্ধিআছে বঢ়াই সহিত॥
সিংহ বন্ধ স্কন্ধকম্ব কৌস্তুভ শোভয়।
শ্রীবত্স পঙ্কতি বনমালা বিৰোচয়॥
আৰো বৈজয়ন্তি বিওযে তাহাতে।
কঙ্কন অঙ্গদ বিভুষিত দুই হাতে॥
লাটুল বৰণ কৰতল কিসলয়।
দশ অঙুলিত ৰত্ন অঙ্গুষ্ঠি জ্বলয়॥
নিল অঙ্গুলিৰ মাজে জ্বলে দুই কৰ।
কটিত পীত বস্ত্রে জ্বলয় মনোহৰ॥
তাতে ৰত্ন মেখলা কিঙ্কিণী কৰে ধ্বনি।
ধ্বজ বজ্র পঙ্কজ কমল শিৰোমণি॥

কতেক কহিবো ৰূপ গুণৰ মহত্ব।
দিব্য ৰত্ন পালাঙ্কিত থাকন্ত সতত ॥
নাহি লক্ষ্মী সৰস্বতী ভুজঙ্গৰ শৰ্য্যা।
ভকতে সহিতে বসি থাকন্ত বিৰাজ্যা ॥
লক্ষে লক্ষে অৰ্ব্বুদে নিৰ্ব্বুদে ভক্তগণ।
দেব কীৰ্ত্তনত বিনে নাহিকন্ত আন ॥
হেনয় থানক মহা পৰম যতনে।
তাহা কেসে আসি দেবী কৰিআছে মনে ॥
মই তাৰ দাস ভৈলো তুমি হবা দাসী।
তাহান সেবাক মাত্র থাকুহ উপাসি ॥
তাহাকে সে মহা হৰি বোলে সাধুজনে।
ভক্তি সেবা বিনে আন নাহিকে সাধনে ॥
সাধু সেবা কৰি প্ৰীতি ভকতি সহিতি।
কোটি লক্ষ একত্রে পাৱয় হেন নিতী ॥
দীৰ্ঘে প্ৰস্থে হোৱে ষাঠি লক্ষৰ প্ৰহাৰ।
তাহাৰ মধ্যত স্থান অতি মনোহৰ ॥
তাহাৰ জানিবা নাম মহা দায়ানন্দ।
দৃব্য ৰত্নময় পুৰি নাহি নিৰানন্দ ॥
যাতো শ্বেত পৰমাজে বৈকুণ্ঠ নিৰ্ম্মিলা।
এতেকে সে তাহাঙ্ক বৈকুণ্ঠ নাম দিলা ॥
নন্দ পৰমানন্দ তাহাকে বোলয়।
পুষ্প বলাহক সেহি বৈকুণ্ঠ বোলয় ॥
কতেক কহিবো সিটো স্থানৰ মহত্ব।
চাৰি মুখে ব্ৰহ্মা গাই নপাৰন্ত তত্ব ॥
ভান বৈকুণ্ঠক মই কৈবু অনুপাম।
হেন বৈকুণ্ঠক তাৰ নাহিকে উপাম ॥

ব্ৰহ্মা ইন্দ্ৰ আদি দেব তাতে গতি কৰে।
আন সবে যাইব তাক সেম্বৰে নোৱাৰে॥
সন্তানক মই বিনে আনে নপাৱয়।
ব্ৰহ্মাৰ দুৰ্লভ তাক জানিবা নিশ্চয়॥
কালপুৰে থাকে আৰো কাল নাৰায়ন।
জলত থাকন্ত হৰি তুলাত শয়ন॥
কাল নাৰায়ণ আৰো নৰ নাৰায়ণ।
দেব নাৰায়ণ সবে এহি তিনি জন॥
বৈকুণ্ঠ থানৰ তিনি বিষা দেৱতলে।
সৃষ্টি স্থিতি প্ৰলয় কৰয় পুনঃ পুনে॥
পুৰুষোত্তমৰ আতি নাহি প্ৰয়োজন।
কত বেলা কোন জনে কৰয় গমন॥
ভকত সহিতে আৰো থাকি দৃব্যটনে।
ৰঙ্গ মিলি কৰি আছ গাই সেহি স্থানে॥
সান্তন স্থপান আৰো ইয়া বৈকুণ্ঠৰ।
শ্বেতপঙ্ক মত যত শ্বেত বৈকুণ্ঠৰ॥
অমৰু বলাহ নাম এহি চয় দেখা।
মূৰ্দ্ধৰস পঙ্কজ ৰস সাত থান লেখা॥
দেৱতা অমৰগণে যাক নেজানয়।
ৰত্ন পঙ্কজক মনে চুকি নপাবয়॥
একে বেদে শিৱৰত্ন চৌৰমণি বিনে।
তন্ত্ৰ বেদে নি-গমে নজানে কেহু জনে॥
শ্বেত পদ্ম বৈকুণ্ঠৰ কলো কথা সাৰ।
নিগমে তাহাকে বিচাৰয় নিৰন্তৰ॥
প্ৰব্ৰহ্মেই সবে যাক বিচাৰি নপাই।
তোমাতে কহিলো গোপ্য জানিবা নিশ্চয়॥

আৰ তাৰ নাম কহোঁ এবে বৈকুণ্ঠৰ।
তোমাতে কহিলো মই আদি যামালৰ॥
আকে হংস নাৰায়ণে কহিছে ব্ৰহ্মাত।
হংস কাকি শুকবাক্য কহিলো তোমাত॥
এহি মতে তৃথষ্টি বিংশতিয়ে বৰ।
গৈলা কথামৃত হৰগৌৰী শঙ্কৰৰ॥
ঈশ্বৰ নিৰ্ণয় গৈলা বৈকুণ্ঠ কলাৰ।
সমাপতি ভৈলা জানি বাহামাৰ॥
পুনৰপি পাৰ্ব্বতী পুচন্ত শঙ্কৰত।
পূৰ্ব্বে কলি বলি যুদ্ধ ভৈল কেন মত॥
সবিশেষ কথামোত কহিয়ো সম্প্ৰতি।
কেনে ভঙ্গাকাল জয় ভৈলা কেন মত॥
বদতি শঙ্কৰ দেবি শুনিয়ো পাৰ্ব্বতি।
কলিক এড়িয়া বলি সন্যাসৰ কাতি॥
খানিতেক মানে ৰাজা মকি আছিলা।
খড়্গা ধৰি আথে বেথে হস্তীৰ নামিলা॥
কাতিবা লাগিলা পাছে ধৰি বাম কৰে।
একে একে পাত্ৰ কাতি নেই নিৰন্তৰে॥
কামান লোকামে কাতিলন্ত ক্ৰোধবৰ।
অহঙ্কৰ ৰাগে চেদিলন্ত পৰশৰ॥
হেন দেখি কলিৰ সংশয় বৰ ভৈলা।
কাম ক্ৰোধ অহঙ্কাৰ যমপুৰে গৈলা॥
বড় বড় বিৰক কৰিলা কন্দপাত।
খানিতেক আমাৰ গাৱত দেই হাত॥
কোন গোট বিৰ আছে চাহিয়া বিচাৰি।
যুদ্ধক নপাৰি থাক কথা বেসে পৰি॥

যদি কথা হন্তে মোক কৰয় ছেদন।
তেনে হলে জানো পাব মাৰে কোন জন॥
যত মানবিৰ সব সমৰ কৰিলা।
ইটো কোন জনে তাক কি বান হানিলা॥
ব্রহ্মকে যে কৰিআছে কাম যেমনত।
হৰ ভয়ে লগাই আছে কাম বিপৰীত॥
আমুসব হাতে মোৰ সবে আছে জিনি।
সব নাশ কৰিবন্ত ইটোজন কুনি॥
ইটো হন্তে কলিৰাজা চাপিলা ওচৰ।
বলিক দেখিয়া তাৰ ভয় গুৰুতৰ॥
কাতিবাক মনে খাণ্ডা উপৰে তুলিলা।
ত্রাহি হৰি গুৰু বলি চৰণে পৰিলা॥
পাছে বলি জিজ্ঞাসা কৰি মনথিৰ।
আছয় অনেক কাল দুৰ্জ্জয় কলিৰ॥
ইহাকে কাতিলে নাশিবক এক যুগ।
কিন্তু আৰ বিনাস কৰিব ৰাজ্যভোগ॥
এহি বলি কলিক নাকাতে বলি ৰাই।
পাত্র পুৰোহিত সমে বান্ধি লৈয়া যাই॥
লোহাৰ জিজেৰি দিয়া বন্দি কৰি থেলা।
মনময় গজে চৰি পৃথিবী চলিলা॥
দুৰ্জ্জনৰ স্কন্ধ কাতি কৰিবো বিনাস।
পৃথিবীৰ হবে আতি পৰমাত্মা নাশ॥
পাতিৰন্ত ৰাজা হৰিবংশী এক জন।
পত্র পাত্র নিবন্ধি কৰিলা নিজজন॥
যজ্ঞকলা নামে বিপ্র কলাপ গ্রামৰ।
ঈশ্বৰৰ মুখ-পৰা যাত সাত শৰ॥

ধৰ্ম্মাতনু সৰ্ব্বকালে যুবত শৰীৰ।
তাহাৰ সমান কেহু নাহি মহাবীৰ॥
বংশে সমে আছে তেহু থানে বিপ্ৰ নাই।
পৰম যোগেন্দ্ৰ বেদ বেদাশুদ্ধ কাই॥
যোগবলে সৃজিবাক পাৰে ত্ৰিভুবন।
আদি পূৰ্ব্বে তেহো পুৰুষ ত উতপণ॥
হেন শুনি গোঁসানী পুচিলা শঙ্কৰত।
কহিয়ো গোঁসাই ইটো কথা কেন মত॥
কিহেতু পুৰুষে তাহাক বিসৰ্জ্জিলা।
তাহাৰ লগত আৰ কোন জন ভৈলা॥
কেনমতে পুৰুষৰ সম বুদ্ধি ভৈলা।
কিবা হেতু হেন শুদ্ধ কৰ্ম্ম আচৰিলা॥
ইহাক শুনিতে মোৰ পৰম আনন্দ।
পাছে অন্ন কহিলন্ত হেৰ যগবিন্দ॥
তযু সেবকানী মই সুধিবাক পাওঁ।
সব কৰ্ম্ম এড়ি মই তোমাক ধিয়াওঁ॥
এহি বলি দেবী কৰ জোৰিয়া ৰহিলা।
পাছে হাস্য কৰি হৰে গৌৰীত কহিলা॥
যিকথা পুচিলা ইটো সবাতে গহন।
ইহাকে জানন্তা দেবী নাহি কোন জন॥
আজি তোমাত আক্ষ কৰিবো প্ৰকাশ।
আদি অন্ত কথা মই জানোহোঁ নিশেষ॥
আচন্ত পুৰুষোত্তম ব্ৰহ্ম নিৰাময়।
ভকত সহিতে মাত্ৰ প্ৰকাশ কৰয়॥
ইচ্ছা কৰি এক নৃত্য পুৰুষ সৃজিলা।
নকৰিলা ক্ষোভ নিৰালম্ব ব্ৰহ্ম লীলা॥

পাছে তাৰ অন্তৰে পুৰুষ বেকত ।
মন হন্তে মহামায়া যাত পুৰুষত ॥
সৰ্ব্বাঙ্গে সুন্দৰী দেবী সবাহাৰে আই ।
সবদ্বাৰ আছে তাৰ যোণী দ্বাৰ নাই ॥
শৰীৰ স্নহি কৰি দন্ত্য বিতোপন ।
আন নখে চিৰি দ্বাৰ দিলন্ত তথন ॥
সেহি মাংস চিতামাৰি দুৰক ক্ষেপিলা ।
জলৰ ওপৰে মহ্বামহী খণ্ড ভৈলা ॥
জলপৰি দেবীক কৰিলা অচেতন ।
পাছে পুৰুষতে বিহা দিতে ভৈলা মন ॥
বজাইলন্ত মুখ হন্তে বেদ বাঢ় খান ।
আৰো জ্যোতিৰ্ব্বেদ খান বিভাগীয়া মন ॥
বাস্তুয় বেদৰ নাম শুনা তাৰ পৰ ।
শিৰ ৰত্ন উপনীয় বেদান্ত বেদৰ ॥
সব্যা মাপ বাংশ পৰ্য্যন্তিক সমে তিন্নি ।
পৰসমে এহি চাৰিখান লয়ো ভিন্নি ॥
সম, ঋগ, যজু, অথৰ্ব্বেদ চাৰি খান ।
যাক যিবা থিতিগৰে শুনা তাৰ নাম ॥
তাত পাছে বেদ চন্দ্ৰ নামে বিপ্ৰৱৰ ।
বেদৰ পাচত বাজ ভৈলা যোৰন্তৰ ॥ ৪২৩ ॥
বিষ্ণু শৰ্ম্মাক্ষে কৰ্পন বিভাগীয়া দিলা ।
পুৰুষ প্ৰকৃতি দুই বিবাহ লভিলা ॥
সৃষ্টিৰ কাৰ্য্যক পাছে পুৰুষ ঈশ্বৰ ।
পুৰুষ প্ৰকৃতি দুইকো দিলা অনন্তৰ ॥
সিবেলাত ওপজা দৈবজ্ঞ জাত ভৈলা ।
আচৰ্য্য পৰম ধৰ্ম্ম তদ্ধৰি বৈলা ॥

পর্ব্বতী বদতি প্রভূ দেৱ মহেশ্বৰ।
কহা সৃষ্টি কথা মহাপাপ পুৰুবৰ॥
বদতি শঙ্কৰ শুনা পর্ব্বত দুইটা।
সুধা মহীথান যেন কৰিলা সালংকৃত॥
ভূলোকে দিলা থান গন্ধর্ব্ব সবক।
সল্লোকে ইন্দ্রকে প্রতি ত্রিদশ দেৱক॥
অমৃতৰ ভাগ মানে দিলা সমস্তক।
মহল্লোকে থৈলন্ত অসুৰ দেৱ যাক॥
জন লোকে মহা মুনিগণ মৰেন্দ্ৰক।
তপলোকে থান দিলা সিদ্ধ সমস্তক॥
সত্য লোকে দিলা থান তিনিও দেৱক।
তপলোক হন্তে বায়ু মহা যাৱন্তক॥
পৰম শোভন সিটো ব্রহ্মাৰ নগৰ।
সিসবত কৰি আঙ্ক দেখি মনোহৰ॥
ব্রহ্মলোক হন্তে দুই অযুত প্রমাণ।
সেহিটো কৈলাস দেবী আমাৰ ইটো স্থান॥
তাহাৰ ঊর্দ্ধত দুই লক্ষৰ অন্তৰ।
দিলন্ত ৰহস্য কৰি বিষ্ণুৰ নগৰ॥
সিটো ৰহস্য স্থানে যথা নাহি বৈকুণ্ঠ।
তাহাৰে সে নাম জানা সন্তানু বৈকুণ্ঠ॥
পঞ্চবিধ মুক্তি থাকে সিটো বৈকুণ্ঠন্ত।
পৰম যতনে দেবী নির্ম্মিছে পর্ব্বত॥
যদি কোটি ইন্দ্র খসি পৰে ব্রহ্মাগণ।
বৈকুণ্ঠবাসীৰ নাহি তথাপি পতন॥
সাতো থাৱৰ নৰকাধৰ মনোহৰ।
নাহিকে পতন জানা সিটো নগৰৰ॥ ৪৩০

জ্ঞান কর্ম্ম ভক্তি যাৰ সম্পূর্ণ হোৱয়।
তেবে সে জানিবা সিটো স্থানক পাৱয়॥
যিটো দৈত্য দানৱ ভূমিৰ মহাভাব।
অবতাৰ ধৰি হৰি তাৰ চিন্তে যাব॥ ৪৩১
সেহি স্থানে পাৱে ধৰি চতুর্ভূজ তনু।
হৰিক চিন্তিয়া সুখ লভে পুনুপুনু॥
মহা প্রকৃতিয়ো পুৰুষত লয় হয়।
লোক সমে সিটো মহা স্থান নভাঙ্গয়॥
কহিলো তোমাত সান্তানুৰ যেন নীতি।
এতেকে তাহাক সাজি আচন্ত প্রকৃতি॥
ঈশ্বৰ শক্তিয়ে মহামায়াৰ প্রেৰণ।
অল্প সাধনে তাক নপাই এক জন॥
আৰো চয় বৈকুণ্ঠক ঈশ্বৰে নির্ম্মিলা।
সাত থান স্বর্গ সাতো প্রকৃতি স্থাপিলা॥
সত্য লোক আদি কৰি স্বর্গ সাত থান।
গোধিকা স্বৰূপ ধৰি আছা নাৰায়ণ॥
ওপৰত চাৰি তাৰো তলে তিনি থান।
প্রলয়ত তিনো থান হোৱয় নির্জ্জন॥
অনন্ত মুখৰ বহ্নি তাহাক দহয়।
গোধিকা স্বৰূপে হৰি ওপৰে থাকয়॥
ইহাক প্রৱন্ধে শুদ্ধ বৈকুণ্ঠ পাবয়।
কলিযুগে নাম বিনে আন গতি নাই॥
পুৰান ভাৰতে আক কিছু নহে সৰি।
আপুনি কহিছে হংস নাৰায়ণ হৰি॥
জগতৰ গুৰু হৰে পার্ব্বতীত কৈলা।
বৃহৎ সহস্র নাম নিবন্ধিয়া থৈলা॥

বোলয় পুরুষোত্তম এড়ি আন কাম।
নিৰন্তৰ নৰ ডাকি বোলা ৰাম ৰাম॥

---

## দুলড়ি।

শঙ্কৰ বদতি, শুনিয়ো পাৰ্ব্বতী
ঈশ্বৰৰ গোপ্য কথা।
দ্বীজ দৈবজ্ঞক, যাক যিবা দিলা
তাহাৰ শুনা ব্যবস্থা॥
ইটো জ্যোতির্ব্বেদ, প্ৰথম নিশ্বাস
ইশ্বৰৰ বাজ ভৈলা।
দশ দেৱতাক, মুখ্য কৰ্ম্ম কৰি
তাহাক গণিবে লৈলা॥
সুক্ষ্ম ৰেনু পলু, মুহূর্ত্তয় আদি
দণ্ড পল নিৰন্তৰ।
গ্ৰহ বাশী বাৰ, মনৰ প্ৰমাণ
বিভাগী দিলা বৎসৰ॥
পুনু আপুনাক, যাক যেন মত
কাল চক্ৰ গণনাক।
ব্ৰহ্মাক সাৰন্ত, জানো যত জীৱ
দেখন্ত হৰি সবাক॥ ৪৪০
এহি জ্যোতির্ব্বেদ, অনন্ত কলাৰ
কৈলা পিতৃ সঙ্কৰ্ষণে।
তেহো বিভাগীয়া, আমাক দিলন্ত
লৈলো মই বঙ্গ মণে॥

বিষ্ণু শৰ্ম্মা মাত্ৰ, ইহাক জানিলা
ঈশ্বৰ দয়া জন্মিলা।
সেহি সে কাৰণে, আসাম্বাৰ জানা
সূৰ্য্য বিপ্ৰ নাম থৈলা ॥ ৪৪১ ॥
কহিলোহোঁ জ্যোতি— শাস্ত্ৰৰ নিয়ম
শুনা বেদ বাৰ্হ্ থান ;
যিবা যাক গাৱে, জানা তাক পাৱে
তাহান জীৱ প্ৰধান ॥
মই ব্ৰহ্মা বিষ্ণু, আদি তিনি জন
তিনি থান মূখ্য কৈলা।
সাম ঋগ যজু অথৰ্ব্ব বেদেসে
ত্ৰিভুবনে জুৰি ৰৈলা ॥
কিন্নৰ চাৰণে, পৰা বেদ গাৱে
গচ্ছন্তি গাৱে গন্ধৰ্ব্ব।
ব্ৰহ্মাৰ বেদক, এহেন্তে সে দেখি
গাৱে যত যক্ষ সৰ্ব্ব ॥
মধ্যম বেদক, সিদ্ধ সবে গাৱে
ভেদাভেদ কৰি মতি।
এহি আট থান, বেদৰ কাহিনী
শুনিলা দেবী পাৰ্ব্বতী ॥
আৰো মহা গোপ্য, আছে চতুৰ্ব্বেদ
তাৰ নাম কহো আবে।
ইন্দ্ৰ আদি দেৱ, বেদক গাৱন্ত
শ্বেত বিষ্ণু স্থানে যেবে ॥
বেদ আদি কৰি, বেদান্ত গাৱয়
নাৰদ আদি প্ৰমাদি।

---

শাস্ত্ৰ জ্ঞানৰ মূল এতেকে শাস্ত্ৰক আদৰ কৰিব লাগে।

বেদৰ বিহিত, কাৰ্য্য কৰে যত
চন্দ্র সূৰ্য্য দেৱতাদি ॥
একাদশ আদি, বেদৰ ৰহস্য
ৰত্ন মন্ত্র মহোদয়।
ৰহস্যত বৰ, পৰম গোপনী
আপনি হৰি নেৰয় ॥
এহি মতে জ্ঞানা, বাহুয় বেদৰ
কহিলো যেনয় নীতি।
ঈশ্বৰ আজ্ঞাত, অনন্ত ব্রহ্মাণ্ডে
তোহিতে কৰয় কীৰ্ত্তি ॥
এতেকে সে সবে, চৰাচৰ গণে
মায়া পাসে বন্ধ গৈলা।
ঈশ্বৰ ইচ্ছাত, মনুষ্যত মাত্র
অল্প মান কোনা থৈলা ॥
মোক দয়া তবে, সহস্রেক নাম
দিলা দেৱ সনাতন।
সোহিটো নামৰ, প্রভাৱে তোমাৰ
ভৈলা সুপ্রসন্ন মন ॥
চাৰি থান বেদ, ব্রহ্মায়ে প্রয়ত্নে
এক থান বিশ্ব বলা।
এতেকে অথৰ্ব্ব, বেদক জানিবা
বিধাতাৰে এহি দিলা ॥
শুনা সভাসদ, হুয়া নিশবদ
কথাৰ লোৱা প্রমাণ।
আদি অন্ত জানা, মহেশে ভকতে
জগত গুৰু প্রমাণ ॥

এতেক সে হৰ, আদি মহা ভক্ত
হৰি দাস নিৰাময়।
তাহানে সে ৰিতি, সুপ্রেম ভকতি
জ্ঞান কৰ্ম্ম নাহি কয়॥
বদতি পুৰুষ, তম হীন মতি
শ্রী ৰাম দেৱ কিঙ্কৰ।
আক একচিত্তে, শ্রবণ কৰিয়া
হৰি বোলা নিৰন্তৰ।

---

# পদ।

পাৰ্ব্বতী বদতি প্রভু শুনা শূলধৰ।
বলিৰ চৰিত্র কয়ো মনুষ্য লোকৰ॥
কোন ধৰ্ম্ম স্থাপিলা মহন্ত বলি ৰাই।
কাহাক দিলন্ত কৰ্ম্ম বৈলা কোন কোন ঠাই॥
কোনে কত মান দিন বসুন্ধা পালিলা।
কতক্ষণ মাণে বলি ভূমিত আছিলা॥
পৰম মহন্ত বিৰোচনৰ তনয়।
লোকৰ কৃপায় তেওঁ কলি নিগ্রহয়॥ ৪৫০॥
তাহান চৰিত্র মোত কয়ো শূলপানি।
আৰ কোন কাৰ্য্য কৰিলন্ত মহামানি॥
শঙ্কৰ বদতি দেবী শুনা পাচ কথা।
তোমাৰ আগত কহোঁ শুনিয়ো ব্যবস্থা॥
গদৰ তনয় শ্রুত সেন তাৰ নাম।
পৰম মহন্ত যাক নাহিকে উপাম॥

তাহাকে পাতিলা ৰাজা সোমৰ পৃষ্টত।
পৰি ৰৰি সুধা জম্বু দ্বীপ মনোগত॥
এক ছত্রে মহি থান পাতিবো প্রজাক।
হৈবেক পৰম সুখী তাঁৰ প্রজা যাক।
নাহিকে দুৰ্ম্মতি কাৰো নাহি পৰাভয়।
অন্যাতি লোকৰ দ্রব্য সমস্তে ভূঞ্জয়॥ ৪৫৩
নাহি কৰ ভাৰ দণ্ড ভণ্ড কিছু ভয়।
বড় সুখে লোক সবে স্বর্গতি বঞ্চয়॥
ধনে ধান্যে সম্পূৰ্ণ হৈবেক লোকচয়।
নাহি চোৰ খণ্ড কিছু সচণ্ডক ভয়॥
মহা সুখী সান্ত হৈবে ৰাজ পাত্র গণ।
আচৰিবে ৰাজা যেন লোকৰ লক্ষণ॥
মুখ্য মুখ্য কৰি কিছু লৈবে বলি গণ।
দেশে দেশে চাহিবেক লোক প্রবৰ্ত্তন॥
পাষণ্ডক নাশিয়া দিবেক শুদ্ধ পথ।
পাত্তিব তাহাকে ধৰ্ম্ম বলি মহাৰথ॥
দেশে দেশে তেস্তন ৰাজাক বিনাশিব।
দুষ্ট পাত্র গণ কাতি নিৰ্ব্বংশ কৰিব॥
বোধ বিপ্র গণক কাতিব নিৰন্তৰ।
গুচাইবেক কু কথা যত আছয় লোকৰ॥
তন্ত্র মন্ত্র পূজা বিধি কৰিবেক নাশ।
ভকতৰ নাম মাত্র কৰিব প্রকাশ॥
ব্রহ্ম-পুত্র তীৰে মনপুৰ নগৰত।
হৈবে মহা ৰাজা তাৰ বাঢ়িবেক খ্যাত॥
শ্রুতসেন ৰাজা হৈবে আনন্দ অপাৰ।
চন্দ্রমতি নামে হৈবে মহীষি সুষাৰ॥

চন্দ্র বিপ্র সূৰ্য্য বিপ্র দুহন্তি আনিয়।
মহা মনোহৰ জন্তু ঈশ্বৰ জজীব ॥
পাইব বহু ৰত্ন ধন কৰিব প্ৰধান।
বিপ্র শুদ্ধি কৰি বৈষ্ণৱক দেই দান ॥
দুখী ভিক্ষী ধন ৰত্ন হৈবেক সম্পুৰ্ণ।
হৰি চিন্তা বিনা আন নকৰে শ্ৰৱণ ॥
শ্ৰৱণ কীৰ্ত্তন হৈবে নাৰায়ণ পৰ।
সেহিসে কাৰণে হৈব ভক্ত নহগৰ ॥
সাৰদা নদীৰ তীৰে পৰম শোভন।
আচন্ত বৈষ্ণৱ তান নাম সুনন্দন ॥
হৰি সমে একে কলেবৰ হুয়া ৰৈলা।
একক্ষণে মাত্র হৰি চৰিত্র নেৰিলো ॥
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম নামক ধৰিব।
অনন্তৰে বলি ৰহি তাহাঙ্কে আসিব ॥
হয় হস্তী ৰথ গজে আনিবো তাহাক।
অনেক প্ৰকাৰে বলি বুলিব প্ৰিয় বাক ॥
তুমি মহন্ত অবশ্যে চলিব লাগয়।
অপৰ লোকক তাৰিবাৰ যোগ্য হয় ॥
তেবে বোলে কে ন মই তাৰিবো লোকক।
বহু যত্নে তাৰিব ন পাৰে আপোনাক ॥
মোৰ পিতৃ মাতৃ ভাতৃ বৈকুণ্ঠে চলিলা।
মোকে ইঠাৰতে তাৰা সবে এড়ি গৈলা ॥ ৪৬৪ ॥
কৃষ্ণকে স্মাৰন্তে মোৰ তিনি যুগ গৈল।
তথাপিতো মোৰ কিছু ভকতি নভৈলা ॥
নজানুহো ধ্যান পূজা দিক্ষাদি মন্ত্রক।
তপ জপ ধ্যান কিছু নজানু সবক ॥

বলে নুপুজয় মোক বলি শৌচাচাৰ ।
আপনাক তাৰা সাধু সঙ্গ কৰি সাৰ ॥
কৃষ্ণ নামে ক্ষয় হয় পাপ শত শত ।
রুদ্র যামালৰ পদ কৰিলো সমাপ্ত ॥
যিখানি আচয় মোৰ বুদ্ধি হৃদযত ।
তদ অনুসাৰে মই লিখিলো ইহাত ॥
বোলয পুৰুষোত্তম মই অল্পমতি ।
বোলা ৰাম ৰাম হৌক সমস্তৰে গতি ॥

---

## প্রার্থনা ।

যথাদৃষ্টং তথা লিখিতং লেখক দোষণং নাস্তি ।
ভীমে চাপি ৰণে ভঙ্গ মুনিনাঞ্চ মতিভ্রম ।

ইতি

৭ই কাৰ্ত্তিক—১৩১৪ সন ।

হৰি হৰ একে । হৰি যি হৰও সেই ।

# জাননী।

তলত লিখা পুথি বিলাক আমাৰ ওচৰত পোৱা যায়। ৫৲ টাকাৰ অধিক পুথি নিলে, ১০০৲ শত ১২৷৷০ টাকা হিং কমিচন দিয়া হব। ইয়াত বাজে অসমীয়া সকলো পুথি পাব।

| পুথিৰ নাম | | ১০০ শত | | ১ খন |
|---|---|---|---|---|
| নাৰদ-চৰিত্ৰ | ... | ১০৲ টাকা | ... | ৵০ আনা |
| ৰুদ্ৰ যামল | ... | ৪০৲ টাকা | ... | ৷৷০ আনা |
| মালা-প্ৰকাশ | ... | ৮৲ টাকা | ... | ৴৬ পাই |
| নিমিনৱ সিদ্ধ | ... | ৪০৲ টাকা | ... | ৷৷০ আনা |
| ধৰ্ম্ম পুৰাণ | ... | ৪০৲ টাকা | ... | ৷৷০ আনা |
| ধাৰাপাত | .. | ৮৲ টাকা | ... | ৴৬ পাই |
| গড়ুৰ পুৰাণ | ... | ১০৲ টাকা | ... | ৵০ আনা |
| স্বৰবেদ | সোন | কালে | | ওলাব |
| পাপ পূণ্যফল | ... | ৮৲ টাকা | ... | ৴৬ পাই |

তলত লিখা ঠিকানায় ধাৰ্য্য কৰিব।

ম্যানেজাৰ
শ্ৰীপদ্মনাথ অধিকাৰী,
পোঃ আঃ পাটাচাৰকুচি, আসাম
বজালী পুস্তকালয়।

শ্ৰীকমলচন্দ্ৰ ডেকা গোসাই,
ধৰ্ম্মপুস্তক এণ্ড কোং
পোঃ চিনামৰা।

শ্ৰীযুক্ত শিবনাথ ভট্টাচাৰ্য্য,
ৰিহাবাৰী

শ্ৰীযুক্ত নন্দেশ্বৰ চক্ৰবৰ্ত্তী
পোঃ আঃ ৰিহাবাৰী আসাম ডিব্ৰুগড়

শ্ৰীযুক্ত ৰমাকান্ত শৰ্ম্মা,
বুক এজেণ্ট, পলাশবাৰি, কামৰূপ।